

MATIR MANOOH

A Social Novel written by Debidas Neog and Published by Bangshidhar Sarmah, M/s. Gauhati Book Stall, Gauhati-3. Price Rupees Six only.



। প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ।
। প্ৰথম প্ৰকাশ : নভেম্বৰ, ১৯৭৪ চন ।
। বেটুপাতৰ ছবি আৰু অঙ্গসজ্জা : ত্ৰৈলোক্য দত্ত ।
। ছপা : শ্ৰীঅজিত কুমাৰ ৰায় ● শ্ৰীসাৰদা প্ৰিণ্টিং ● ঘোষ লেন ● কলিকতা-৬ ।
। বন্ধা : শ্ৰীশিবসাধন ঘোষ ● জবা বাইণ্ডিং ওৱাৰ্কচ্ ● কলিকতা-৬ ।
। মূল্য : ছয় টকা মাথোন ।



উচ্ছর্গা

॥ মৰমৰ সমৰেন্দ্ৰ ॥

তোমাৰ উৎপাততেই লিখা

'মাটিৰ মানুহ' তোমাৰ হাততেই

দিলোঁ ॥ ০ ॥ নেওগ ॥





## লিখকৰ কৈফিয়ৎ

উপন্যাসখন লিখিবলৈ আৰম্ভ কৰোঁতেই এজন বন্ধুৱে দেখি হাঁহি মাৰি কৈছিল—'উপন্যাস লিখিব খুজিছে? বেছ বেছ, লিখক। আজিকালি বিয়াবাৰুত মানুহে উপন্যাসেই উপহাৰ দিয়ে।

কথাকিষাৰ নিতান্তই অৱজ্ঞাসূচক। সুধিব খুজিছিলোঁ —ৰাইজৰ যদি অসমীয়া সাহিত্যৰ প্ৰতি ইমানেই অনুৰাগ, মাথোন মাজে মাজে আন্দোলন কৰিলেই অসমীয়া ভাষা-সাহিত্যৰ উন্নতি হব নেকি? কিন্তু মোৰ মনৰ কথা বুজিয়েই নেকি বন্ধুজনে ক'লে—'মানুহৰ গাতো বৰ দোষ নাই, বুজিছে। বেছিভাগ অসমীয়া উপন্যাসতেই speed আৰু suspense একেবাৰেই নাই। দুপাত পঢ়িলেই টোপনি আহে। বেছিভাগ মানুহেই অসমীয়া উপন্যাস পঢ়ে sleeping tabletৰ substitute হিচাপেহে।

খাৱৰীয়াসকলৰ ৰুচি অনুযায়ী ৰান্ধিব পাৰিলেই ভাল ৰান্ধনি বুলি প্ৰশংসা পোৱা যায়। বন্ধুজনৰ মতামতেই সমগ্ৰ পাঠক সমাজৰ মতামত হয় নে নহয় সঠিক কৰ নোৱাৰিলেও মোৰ সন্দেহ হ'ল তেওঁক সমৰ্থন কৰা এচাম বৃহৎ সংখ্যাৰ পাঠক-পাঠিকা থকাও অসম্ভৱ নহয়। কাৰণ আজিৰ যুগটোৱেই হ'ল speed আৰু suspenseৰ যুগ।

॥ ********* ॥

(বাস্তৱবাদৰ যুগ অৱশ্যে নিশ্চয় নহয়।—হোৱা হলে বাস্তৱক পাহৰাই ৰাখিব পৰা sedative drug আৰু অন্যান্য দ্ৰব্যৰ প্ৰচলন ইমান নাবাঢ়িলেহেঁতেন আৰু লগতে উতনুৱা খিতিঙা মানুহৰ সংখ্যাও ইমান নাবাঢ়িলে-হেঁতেন)। গতিকে speed আৰু suspenseক আগশাৰী দিয়েই উপন্যাসখন লিখিবলৈ যত্ন কৰিছিলোঁ। অৱশ্যে' সেই যত্ন কিমানদূৰ ফলৱতী হৈছে মই নিজে কবলৈ যোৱা ভুল হব। কোনো মাকেই নিজৰ সন্তানক আপচু নেদেখে; সকলো শিল্পীয়েই নিজৰ সৃষ্টিক সফল সৃষ্টি বুলিয়েই ভাবে—অন্ততঃ কিছুকাল পাৰ নোহোৱালৈকে।

এই উপন্যাসখনি কিতাপ আকাৰেৰে প্ৰকাশ পোৱাৰ মূলতে আছে ঘৰৰ খাই বনৰ ম'হ খেদি ফুৰা ধৰণৰ মোৰ হিতাকাঙ্ক্ষী বন্ধু আৰু ৰূপম্‌ৰ সম্পাদক শ্ৰীঅমূল্য ৰতন শৰ্মা। তেৱেঁই মোক টানি-আজুৰি নি প্ৰকাশক শ্ৰীবংশীধৰ শৰ্মাৰ লগত যোগাযোগ কৰাই দিছিল। কিতাপখনি প্ৰকাশ কৰাৰ বাবে প্ৰকাশক শ্ৰীবংশীধৰ শৰ্মাৰ লগতে শ্ৰীঅমূল্য ৰতন শৰ্মাকো মোৰ আন্তৰিক শলাগ আৰু কৃতজ্ঞতা নজনাই নোৱাৰিলোঁ। ইতি—

—লিখক

## ॥ এক ॥

গছ-গছনিৰে আঁৰবেৰ দিয়া এডোখৰ নিজান ঠাই। মটৰ যোৱা আলিৰপৰা সহজে চকুত নপৰা ঠাইডোখৰ।

অন্যমনস্কৰ ভাও জুৰি মানুহজনীয়ে বুকুৰপৰা চাদৰখন আঁতৰাই দিছিল। উত্তেজনাত ৰঙা পৰা চকুহালৰ কোণেৰে চাই পঠিয়াইছিল অভয়লৈ।

একুৰি আঠোটা ফাগুনৰ বলিয়া বতাহে কোবাই যোৱা অভয়ৰ তেজৰোৱত জুই লাগিছিল। অভয়ৰ মুখলৈও উঠি আহিছিল উতলা তেজবোৰ।

বুকুখনে ধান বানিছিল। হাত-ভৰি কঁপিছিল। মদ খোৱা মানুহৰ দৰে ধুঁৱলী কুঁৱলী দেখিছিল। নিজৰ অজানিতভাৱেই অভয়ে জঁপিয়াই পৰিছিল। কামুৰি ধৰিছিল সুগন্ধি পানৰ ৰঙেৰে ৰঙা হৈ থকা মানুহজনীৰ তেজৰঙা ওঁঠ দুটা, দুহাতেৰে খামুচি ধৰিছিল বুকুৰ কোমল অংশ দুটা।

অভয়ৰ পেশী-বহুল শৰীৰৰ ভাৰ সহিব নোৱাৰি মানুহজনী বাগৰি পৰিছিল। অভয়ো বাগৰি পৰিছিল পৰ্বতৰ টিঙৰপৰা কোনোবা ৰহস্যময় অন্ধকাৰ তলিলৈ বাগৰি পৰা শিল চপৰাৰ দৰেই।

অভয়ে মানুহজনীৰ কঁকালৰ তলত হাতখন থৈছিল। কিন্তু মানুহজনীয়ে জোৰেৰে অভয়ৰ হাতখন ঠেলি পঠিয়াইছিল। নিজকে মুক্ত কৰিব খুজিছিল। চেপা মাতেৰে চিঞৰি উঠিছিল—'অভয়!'

অভয়ৰ হাতৰ বান্ধোন ঢিলা হৈ গৈছিল।

প্ৰচণ্ড গতিৰে নামি আহি শিলত বাধা পাই মাজবাটতে কাটি টুকুৰাটুকুৰ হৈ পৰা শিল চপঁৰাৰ দৰেই সামান্য বাধা পায়েই অভয়ৰ নিচা কাটি গৈছিল। ভয়তে পেপুৱা লাগি অভয়ে মানুহজনীৰ পিনে চাই আছিল। গম্ভীৰ ভাবেৰে অসংযত কাপোৰ-কানিবোৰ ঠিক্‌ঠাক কৰি লৈ মানুহজনীয়ে বাটত এৰি থৈ অহা গাড়ীখনৰ পিনে খোজ লৈছিল। ভেড়াৰ দৰে অভয়েও পিচে পিচে আহি গাড়ীত উঠিছিল।

ঠিক কথা, অভয় এটা ভেড়াই। ভেড়াৰ দৰেই নিজকে নিৰ্বোধ বুলি অভয়ে বুজি পাইছিল—যেতিয়া মানুহজনীয়ে ঠাট্টাৰ সুৰত কৈছিল—"অলপ বৈ লোৱা, নহলে এক্সিডেণ্ট কৰিবা।" ভালেমান পৰলৈ অভয়ৰ গাৰ কঁপনি কমা নাছিল। ষ্টিয়াৰিং ধৰি থকা হাত দুখনো থক-থককৈ কঁপিছিল। আৰু লগে লগে কঁপিছিল গাড়ীখনো। ছিঃ মানুহজনীয়ে চাগৈ কি ভাবিছিল! ভাবিছিল চাগৈ—অভয় কেৱল কাপুৰুষেই নহয়, এটা নিৰ্বোধ মূৰ্খও। আত্ম-সমৰ্পণ কৰাৰ আগেয়ে নাৰীয়ে বাধা দিয়াৰ ভাও ধৰি দেখুৱায় বুলি আজিকালি ডাড়ি-গোঁফ ঠুটিওৱা ল'ৰা এটাইও জানে। অভয়েও নজনা নহয়। মূৰটো অলপ ঠাণ্ডা কৰি ভাবি চোৱা হলেই ইমান ডাঙৰ সুযোগ এটা হেৰুৱাবলগীয়া নহ'লহেঁতেন। আজিও তেনেকুৱা এটা সুযোগ আহিব পাৰে। আহিব পাৰে নহয়—আহিবই। সিদিনাৰ দৰে আজি আৰু অভয়ে মূৰ্খামিৰ পৰিচয় নিদিয়ে।

—মূৰলৈকে কম্বলখন টানি লৈ অভয়ে পুৰণি দৃশ্যটোৰ খুঁত বৈ যোৱা অংশবোৰত কল্পনাৰ ৰহন সানিবলৈ চেষ্টা কৰোঁতেই কাণত পৰিল মাকৰ মাত—'অভয় উঠ, চাহ হ'ল।'

জাপ মাৰি নামি টায়াৰৰ চেণ্ডেলযোৰ ভৰিত সুমুৱাই লৈ দুৱাৰৰ পিনে খোজ লওঁতেই অভয়ৰ চকুত পৰিল দুই কৰঙনৰ মাজৰ ঠাই ডোখৰলৈ। অভয় থমকি ৰ'ল। বাহিৰৰপৰা মাকে আকৌ মাতিলে—'অভয় সাৰ পালিনে?'

ৰচি ডালৰপৰা এড়ীয়া চাদৰখন টান মাৰি আনি অভয়ে আঠুৰ ওচৰলৈকে ঢাক যোৱাকৈ গাত মেৰিয়াই ললে।

—'সি হৰলা এতিয়াও উঠাই নাই? সিদিনাখনো বোলে দেৰি হৈছিল। কাম কৰি ফালিব এওঁ।' বাপেক হৰিপ্ৰসাদৰ মাত শুনা গ'ল।

বিৰক্তিত অভয়ৰ কপালখন কোঁচ খাই আহিল। বাতৰ বিষ থকা মানুহ। বিছনাতে অলপ পৰি থাকিব পায়। নাই, আটাইবোৰ উঠাৰ আগেয়ে উঠিব আৰু কিবা এটা চেলু উলিয়াই গোটেই দিনটো বকি থাকিব। জোৰেৰে দুৱাৰৰ চিটকনিডাল খুলি অভয় ওলাই গ'ল।

পিৰালিত বহি হৰিপ্ৰসাদে বাতত পঙ্গু হৈ যোৱা বেঁকা আঙুলিকিটাৰে ধৰি বিবৰ্ণ হৈ যোৱা পুৰণি ধোঁৱা-খোৱা এটা হুপিব ধৰিছিল। অভয়ক দেখি সুধিলে—'তোৰ বোলে সিদিনাও কামলৈ যাওঁতে দেৰি হৈ গৈছিল?'

কিছুদিনৰপৰা হৰিপ্ৰসাদৰ এটা নতুন বেমাৰে দেখা দিছে। পত্ৰিকাৰ বিজ্ঞাপন চাই চাই দৰৱ মগাই আনি খায়। জঠৰ আঙুলিৰে কলম ধৰিব নোৱাৰে বাবে হৰিপ্ৰসাদে অভয়ৰ হতুৱায়েই চিঠিবোৰ লিখায়। সিদিনাও কামলৈ যোৱাৰ আগেয়ে অভয়ৰ হতুৱাই কোনোবা ঔষধৰ কোম্পানীলৈ চিঠি এখন লিখাইছিল। অভয়ে অৱশ্যে কামৰ মাজতে ফাঁক উলিয়াই চিঠিখন লিখি ডাকঘৰত পেলাই দিব বুলি কৈছিল। কিন্তু হৰিপ্ৰসাদ ৰাজি হোৱা নাছিল। পুতেকৰ ওপৰত হৰিপ্ৰসাদৰ আস্থা নাই। হৰিপ্ৰসাদৰ মতে অভয়ৰ লাও-খোলাটোৰ ভিতৰত একো নাই। সদায় কথা পাহৰে। চিঠিখন লিখোঁতে অৱশ্যে দহ মিনিটৰ বেছি লগা নাছিল। কামৰপৰা উভতি আহি হৰিপ্ৰসাদক শুনাই শুনাই মাকক অভয়ে কৈছিল কামলৈ যাওঁতে দেৰী হোৱা দেখি মালিকৰ বৰ খং উঠিছে আৰু ভৱিষ্যতে এনেকৈ দেৰী হলে কামৰপৰা খেদি দিব বুলিও কৈছে।

এই গোকাট মিছা কথাষাৰ কৈ অভয়ৰ অৱশ্যে নিজৰেই অলপ হাঁহি উঠি যাব খুজিছিল। কামলৈ যাওঁতে তাৰ দেৰী হোৱা নাছিল। দুই-এক মিনিট দেৰী হলেও তাৰ চাকৰি নাযায়। বকনিও শুনিব নেলাগে। মালিক বিশ্বনাথবাবুৱে অভয়ক যথেষ্ট মৰম কৰে। ভাল মানুহৰ ঘৰৰ ল'ৰা হৈও অভাৱত পৰি ড্ৰাইভাৰী কৰা দেখি দৰমহাও অলপ বেছিকৈ দিয়ে। অৱশ্যে তাৰ গুৰিতে বিশ্বনাথবাবুৰ বৰ পুতেক শম্ভুনাথৰো হাত থকা বুলি অভয়ৰ সন্দেহ হয়। বিশ্বনাথবাবুৱে কোনোবা দিনা বেয়া পাই খেদি দিলেও পুতেক শম্ভুনাথে নিদিয়ে। দিব নোৱাৰে। বিশ্বনাথবাবুৱেও পুতেঁক শম্ভুনাথক সমীহ কৰি চলে। তথাপিও অভয়ে এই মিছা কথাষাৰ কৈছিল বাপেক হৰিপ্ৰসাদৰ বক-বকনি বন্ধ কৰিবলৈ। বাপেকেও শুনি অৱশ্যে কেইঘণ্টামানৰ কৰণে নিতাল মাৰিছিল—ভয় আৰু দুশ্চিন্তাত। উত্তৰ নাপাই হৰিপ্ৰসাদে আকৌ সুধিলে—'তোৰ বোলে সিদিনাও কামলৈ যাওঁতে দেৰী হৈছিল ?'

—হৈছিল বুলি কলেই অৱশ্যে এক ৰকম লেঠা মৰি যায়। কিন্তু মিছা কথা এষাৰেৰে ৰাতিপুৱাই মুখখন মেলি গোটেই দিনটো নষ্ট কৰি পেলাবলৈ অভয়ৰ ভাল নালাগিল। তাতে আজিৰ এই দিনটোও আহিছে কেবাদিনৰ প্ৰতীক্ষাৰ মূৰত। বিশ্বনাথবাবুৱে হুকুম দিছে শহুৰেকৰ ঘৰৰপৰা পত্নীক লৈ আহিবলৈ। —হয়তোবা আজিও টিফিন-কেৰিয়াৰত খোৱা বস্তু ভৰ্তি কৰি আনিব।—কোনোবা নিজান পাহাৰৰ কাষ পাওঁতেই মালিক পত্নীৰ ভোক লাগিব। নিজৰাৰ পানীত হাত-মুখ ধুই পাহাৰৰ দাঁতিত বহি খোৱা-লোৱা কৰিবলৈ অভয়কো মাতি লৈ যাব, আৰু……। প্ৰশ্নটোৰ পোনপটীয়া উত্তৰ নিদি অভয়ে কলে—'আস! মই চাকৰি কৰোঁ। দেৰী হৈছিল নে সোনকালে হৈছিল মই জানো। আপুনি সোইবোৰ কথালৈ মূৰ গৰম কৰি থাকে কেলৈ ?'

'—কি ক'লি, কি ক'লি ? মই মূৰ গৰম কৰোঁ কেলৈ ? মোক

এনেকৈ কৰলৈ ইমান সাহ হ'ল তোৰ ? অ' মই টকা ঘটিব নোৱাৰা হলোঁ নহয়, পৰোৱাই কৰিবি কেলৈ !' একেটা বচনতে নব বসৰ সৃষ্টি কৰিব পৰা পাকৈত ভাৱৰীয়াৰ দৰে হৰিপ্ৰসাদৰ মাতো ৰৌদ্ৰ ৰসৰপৰা করুণ ৰসলৈ বাগৰি আহিব ধৰিলে।

লৰালৰিকৈ প্ৰাতঃক্ৰিয়া সমাপন কৰি অভয়ে লুঙিখন খুলি তুলিব তলত জাপি থোৱা খাকি পেণ্টটো পিন্ধিলে। দূৰলৈ যোৱাৰ প্ৰগ্ৰেম থাকিলে অভয়ে অলপ ভাল কাপোৰ পিন্ধি ওলায়। ভাল কাপোৰ মানে ঘৰতে ধুই ভনীয়েক আৰতিয়ে অপৈণত হাতেৰে ইস্ত্ৰি কৰি দিয়া কাপোৰ।—বাহিৰত তেতিয়া অভয়ৰ বাপেক হৰিপ্ৰসাদে বাকী সাতোটা ৰসৰ সৃষ্টি কৰিব ধৰিছিল। এবাৰ মুখ মেলিবলৈ পালে হৰিপ্ৰসাদ সহজে ক্ষান্ত হোৱা ভকত নহয়। এনেতে অভয়ৰ কাণত পৰিল মধুৰ মাকে চকোৱাৰ ওচৰলৈ আহি লেনিওৱা মাতেৰে সুধিছে—'ককাইদেউ কিনো হৈছে—ৰাতিপুৱাই দেখোন চিঞৰ-বাখৰখন লগাইছে ?'

এই মানুহজনীক অভয়ে চকু পাৰি দেখিব নোৱাৰে। মানুহজনীৰ কেও কিছু নাই। এসময়ত মধু নামৰ পুতেক এটা আছিল কাৰণে মানুহে মধুৰ মাক বুলি মাতে। গিৰিয়েকে ভাৰাঘৰ কেইটামান সজাই থৈ গৈছিল। ভাৰাৰ টকা কেইটাৰেই চলি থাকে। ঘৰত একো জঞ্জাল নাই কাৰণে বাহিৰত জঞ্জাল লগাই ফুৰে। অ'ৰ কথা ত'ত লগাই কাজিয়াৰ সৃষ্টি কৰাই হ'ল মানুহজনীৰ কাম। কঁকালত বেল্টভাল বান্ধি বান্ধি কোৰেৰে পিৰালিলৈ ওলাই গৈ অভয়ে ক'লে—'পেহী—।' অভয়ৰ বাপেকক ককাইদেউ বোলে কাৰণে অভয়েও পেহী বুলি মাতে। —'তই নিজৰ কাম কৰগৈ যা।'

'থত্মত্ খাই মধুৰ মাকে ক'লে—'যাওঁ বোপাই! ওচৰ-চুবুৰীয়া মানুহ। বিপদে-আপদে মাত এবাৰ নিদিলে বেয়া পায় বুলিহে সোধোঁ। নহলেনো মোৰ কিটো।'

—'বাক বাক আপদ-বিপদ হলে খবৰ দিম। তেতিয়া যিমান পাৰ মাত দি থাকিবিহি।'

অভয়ৰ মূৰ্তি দেখি মুখৰ ভিতৰতে কিবাকিবি ভোৰভোৰাই মধুৰ মাকে প্ৰস্থান কৰিলে। কিন্তু জ্বলন্ত আঙঠাৰ চিটিকনি পৰি জ্বলি উঠা বাৰুদৰস্তুপৰ দৰে এইবাৰ হৰিপ্ৰসাদ জ্বলি উঠিল। বান্ধনি ঘৰত কাম কৰি থকা ঘৈণীয়েকক সম্বোধন কৰি হৰিপ্ৰসাদে চিঞৰিব ধৰিলে—'হেৰা চোৱাহিচোন চোৱাহি—তোমাৰ পুতেৰৰ মইমতালি। সি নিজে যি মোক ভাল মুখেৰে মাত এষাৰ দিবলৈ টান পায়েই, আনেও ভাল মাত এষাৰ দিয়াও সহিব নোৱাৰে।'

—'অভয়, ৰাতিপুৱাইনো সদায় কি চিঞৰ-বাখৰখন লগায়। চাহ চেঁচা হ'ল, খাই যাহি।' অভয়ে বুজিলে অভয়ক কোৱাৰ চলেৰে মাকে হৰিপ্ৰসাদকেই কথাকিষাৰ কৈছে।

এছ বিস্কুটটোত একামোৰ মাৰি অভয়ে চাহৰ গিলাচটো দাঙি লওঁতেই মাকে ভয়ে ভয়ে কোৱাদি কলে—'মইনাই কৈছে তাক বোলে আজি টকা পাঁচটা লাগে।'

আনদিনা হোৱা হলে অভয়ৰ কপালখন কোঁচ খাই গ'লহেঁতেন। টকা-পইচা পালে ল'ৰা-ছোৱালী বেয়া হয়। বেয়া ল'বাৰ লগ লাগে। কিন্তু আজি অভয়ৰ মনটো ক'ৰবাত উৰি আছিল। চাহৰ ঢোক এটা মাৰি সহজভাৱে সুধিলে—'টকানো কেলৈ ?'

'সিহঁতৰ কলেজৰ ল'ৰাবোৰে আজি ক'ৰবাত কিবা পিক্‌নিক নে কি খাবলৈ যাব।' মাকে উত্তৰ দিলে।

আপত্তি কৰাৰ কাৰণ একো অভয়ে নেদেখিলে। এই সময়ত প্ৰায়বোৰ ল'ৰা ছোৱালীয়ে পিক্‌নিক খাবলৈ যায়। অভয়ে নিজেওতো আজি এটা পিক্‌নিক কৰাবেই সপোন দেখি আছে। এটা কানীয়াই আন এটা কানীয়াৰ প্ৰতি সহানুভূতিশীল হৈ পৰাৰ দৰে অভয়ো অলপ সহানুভূতিশীল হৈ পৰিছিল। বিস্কুটখনৰ শেষ

টুকুৰাটো চোবাই চোবাই কলে—'মোৰ তুলীৰ তলতে টকা পাঁচটা আছে—তাকে দিবি।'

ইমান সহজে ৰাজী হ'ব বুলি মাকে ভৰা নাছিল। হাত-খৰচৰ বাবে দুটকামান ৰাখি দৰমহাৰ গোটেইখিনি টকা অৱশ্যে অভয়ে মাকৰ হাততেই দি দিয়ে। ধাৰ-ধুপাৰ কৰি হলেও ৰাপেকলৈ মাজে মাজে ফল-মূলো লৈ আহে। কিন্তু ভায়েকে চিনেমা-বায়োস্কোপ চাবলৈ টকা এটা খুজিলেই তাৰ মুখটো গৰম হৈ উঠে। এনেকি ভায়েকে ভাল কাপোৰ-কানি এটা ললেও অভয়ে দাঁত-মুখ নিকটাই উঠে।

এটা স্বস্তিৰ ভাব আহিলেও মাকে অভয়লৈ অলপ আচৰিত হৈ চাই ৰ'ল।

॥ দুই ॥

আনদিনাৰ দৰে ব্ৰহ্ম-মুহূৰ্ততে গা-পা ধুই বিশ্বনাথবাবু চেম্বাৰত বহিলহি। বিশ্বনাথবাবুৰ দেউতাক ৰামনাথ গাদীত বহিছিল। কিন্তু ৰামনাথ আছিল মাত্ৰ মহাজন। লেন-দেন বেপাৰ-বণিজৰ বাহিৰে একো নুবুজিছিল। কিন্তু বিশ্বনাথ বাবুৰ শিক্ষা-দীক্ষা আছে। পাছ কৰিব নোৱাৰিলেও আই, এ পৰ্য্যন্ত পঢ়িছিল। আগৰ ডোখৰত নহলেও দেশ স্বাধীন হোৱাৰ পিচৰপৰা দেশৰ খা-খবৰ ৰাখে। ওপৰ মহলৰ নেতাসকলৰ লগত হলিগলি আছে। নেতাসকলেও সমীহ কৰি চলে। যোৱাবাৰ ইলেক্‌চনৰ সময়ত বিশ্বনাথবাবুক নমিনেচন্ দিয়াৰ কথাও উঠিছিল। কিন্তু বিশ্বনাথবাবু ৰাজী হোৱা নাছিল। বিনয়ত হাতযোৰ কৰি কৈছিল—'মাফ্ কৰিব। পলিটিক্‌চৰ মই কি বুজি পাওঁ। বিদ্যাও ইণ্টাৰমেডিয়েট ফে'ল। আপোনালোকে দেশ-সেৱা কৰক। মই আপোনালোকৰ সেৱা কৰিম। সেয়েই মোৰ কাৰণে দেশ-সেৱা হব।'

—কথাখিনি কৈছিল পাৰ্টি মিটিঙৰ পিচত বহা এখন চাহ-মেলত। বিশ্বনাথবাবুৰ কথা শুনি নমিনেচন পোৱাৰ আশাত একাণপটীয়াভাৱে দেশ সেৱা কৰা কেইজনমানৰ মুখৰপৰা দুশ্চিন্তাৰ ছাঁ আঁতৰি গৈছিল। কেৱল পাৰ্টিৰ কাণ্ডতেই নহয়, নানান সামাজিক অনুষ্ঠানতো বিশ্বনাথবাবুৰ অসামান্য অৱদান আছে। ৰজাঘৰ-প্ৰজাঘৰ উভয়তেই বিশ্বনাথবাবুৰ প্ৰতিপত্তি আছে। লওঁ বুলিলে বিশ্বনাথবাবুৰ হাতৰপৰা নমিনেচন কাঢ়ি অনা সহজ নহব। বিশ্বনাথবাবুৰ বিনয়ভৰা

বচনত সৰ্বসাধাৰণ কৰ্মীসকলৰ চকুত শ্ৰদ্ধাৰ ভাব ফুটি ওলাইছিল। একেবাৰে ওপৰ মহলৰ দুজনমানে মিচিকিয়াই হাঁহি মুখ ঢুপিয়াইছিল।

নমিনেচন্ লোৱা হলে অৱশ্যে বিশ্বনাথবাবু সহজে নিৰ্বাচিত হৈ গ'লহেঁতেন। কিন্তু তাৰ বাবে বিশ্বনাথবাবুৰ আফচোচ্ নাই। জীৱনত নানান আঘাত পাই বিশ্বনাথবাবুৱে বুজিব পাৰিছে—টান মাটিত থিয় হৈ কাম কৰা ভাল। নমিনেচন্ লবলৈ অস্বীকাৰ কৰি বিশ্বনাথবাবুৱে ভুল কৰা নাই। পৈণত বয়সত কোনো ভুলেই বিশ্বনাথবাবুৱে কৰা নাই। এই পচপন্ন বছৰ বয়সত কুৰি বছৰীয়া গাভৰু ছোৱালী বিয়া কৰাই লৈও ভুল কৰা নাই। এঘৰ মানুহৰ ভবিষ্যৎ গঢ়ি দিছে। বিশ্বনাথবাবুৰ দ্বিতীয় পক্ষৰ দেউতাক দুবছৰ আগলৈকে আছিল এটা সামান্য পানৱালা। টকাৰ অভাৱত এশৰীৰ ৰূপ-যৌৱনেৰে ভৰা জীয়েককো বিয়া দিব পৰা নাছিল। ফিজ দিব নোৱাৰি পুতেকহালৰো পঢ়াশুনা বন্ধ কৰি দিয়াৰ কথা ভাৱিছিল। কিন্তু বিশনাথবাবুৰ জহতেই শহুৰেকৰ অৱস্থা আলাউদ্দিনৰ আচৰিত চাকিৰ বলত হোৱাদি ভাল হৈ গৈছে। শহুৰেক এতিয়া এখন বিৰাট গেলামালৰ দোকানৰ মালিক। পকীঘৰো এটা সাজিছে। পুতেকহঁতে পঢ়াশুনা কৰিছে। এটা কলেজ পাইছেগৈ। বিশ্বনাথ বাবুৰ শাহুৱেক বেমাৰী। বিছনাৰপৰা উঠিব নোৱাৰে। বন্ধাগঢ়াৰে-পৰা আৰম্ভ কৰি বেমাৰীৰ লেদেনা ওকটালৈকে জীয়ৰীকালত বিশ্বনাথবাবুৰ দ্বিতীয় পক্ষই কৰিবলগীয়াত পৰিছিল। কিন্তু এতিয়া বিশ্বনাথবাবুৱে ৰাজৰাণী ৰখাদি ৰাখিছে। চাকৰ-নাকৰ আ-অলঙ্কাৰ—। মাখোন—। বাক সেইটো যক। ভগবানে কাকো সম্পূৰ্ণ কৈ নিদিয়ে। কিন্তু এটা ভুল কৰিছিল বিশ্বনাথে। ভুল কৰিছিল প্ৰথমবাৰৰ বিয়াখনৰ পিচতে কলিকতালৈ গুচি গৈ।

—বিশ্বনাথে তেতিয়া কলিকতাৰ এটা চৌধীন মেচত থাকি কলেজত পঢ়ে। টকা ঘটিলেও দেউতাক ৰামনাথৰ শিক্ষা-দীক্ষা

নাছিল কাৰণেই কলেজীয়া শিক্ষাৰ প্ৰতি এটা অহেতুক দুৰ্বলতা আছিল। তাৰোপৰি একমাত্ৰ ল'ৰা বুলিয়েই বিশ্বনাথক অলপ বেছিকৈ প্ৰশ্ৰয় দিছিল। মেচত সঙ্গীও পাইছিল কোনোবা এজন দেউলীয়া জমিদাৰৰ পুতেক। কলিকতাৰ নিচিনা ঠাইত থাকি কলেজত পঢ়িবলৈ কিমান টকাৰ দৰকাৰ দেউতাক ৰামনাথৰ বিশেষ ধাৰণা নাছিল। ৰামনাথে পুতেকলৈ খৰচৰ কাৰণে পঠিওৱা টকাৰে তিনি-চাৰিটা ল'ৰাই কলিকতাত স্বচ্ছন্দে পঢ়িব পাৰিলেহেঁতেন! তাৰোপৰি মাহেকে-পষেকে পুতেকৰপৰা ৰামনাথে চিঠি পায়—এইবাৰ কেইখনমান কিতাপ কিনিবলগীয়া হৈছে—টকা এশ বেছিকৈ পঠিয়াব। নতুবা লিখিব—এই মাহত কলেজৰ গোটেইবোৰ ল'ৰা লগত লৈ প্ৰফেছাৰসকলে বোম্বাইৰ পিনে ফুৰিবলৈ যাব। গতিকে টকা দুশ বেছিকৈ পঠিয়াব। কেতিয়াবা জমিদাৰ তনয়ৰপৰা চিঠি আহে—বিশ্বনাথৰ বৰ অসুখ। চিকিৎসাৰ কাৰণে টকা তিনিশমান চিঠি পোৱা মাত্ৰে পঠিয়াই দিব। প্ৰথমে নহলেও অসুখৰ অজুহাতত বিশ্বনাথে যেতিয়া দুবাৰোকৈ পৰীক্ষা নিদিলে বাপেকৰ সন্দেহ হব ধৰিছিল। মাজে মাজে বিশ্বনাথক কলেজ এৰি আহি গাদীত বহাৰ কথাও কৈছিল। সেই সময়ৰে কথা। অসুখৰ কাৰণে পৰীক্ষা নিদি বন্ধত বিশ্বনাথ ঘৰলৈ আহিছিল। বেহা-বেপাৰত মন বহুৱাবলৈ দেউতাকে বিশ্বনাথক বেপাৰ সংক্ৰান্ত কথাত অ'লৈ-ত'লৈ পঠিয়াইছিল। তেতিয়াই বিশ্বনাথৰ চিনাকি হৈছিল প্ৰথম পক্ষৰ লগত।

—দেউতাক আছিল উকীলৰ মহৰী। কিবা এটা মোকৰ্দমাৰ লেঠাত বিশ্বনাথে মহৰীৰ ঘৰলৈ যাবলগীয়া হৈছিল। মহৰীৰ যোল বছৰীয়া জীয়েক কনমাইক দেখি বিশ্বনাথ তধা লাগি গৈছিল। মোকৰ্দমাটোৰ প্ৰতি বিশ্বনাথৰ আগ্ৰহ বাঢ়ি গৈছিল। সঘনে উকীল আৰু মহৰীৰ ঘৰলৈ অহা-যোৱা কৰিছিল। দেউতাক ৰামনাথেও দেখি পেটে পেটে ভাল পাইছিল। যা হওক কাম-কাজত ল'ৰাৰ মন

বহিছে। পিচলৈ বিশ্বনাথে দিনৌ অন্ততঃ এবাৰ মহৰীৰ ঘৰলৈ যাবলৈ ধৰিছিল। বিশ্বনাথৰ হাতৰ হীৰাৰ আঙঠিৰ চিক্‌মিকনি লাগিছিল কনমাইৰ চকুতো। মহৰীয়েও প্ৰশ্ৰয় দিছিল। এদিন সুবিধা পাই বিশ্বনাথে কেলেঙ্কাৰী কৰি পেলালে। দেউতাক ৰামনাথে কিছু টকা ক্ষতিপূৰণ দি হাত সৰাৰ কথা ভাবিছিল। কিন্তু বিশ্বনাথে স্পষ্টভাৱে কৈ দিলে, সেই ছোৱালীজনীকেই বিশ্বনাথে বিয়া কৰাব। বিয়া কৰাব খোজাত ভাল পালেও ক্ষীণ আপত্তি তুলি ৰামনাথে কৈছিল—বেটা, এই অসমীয়া মানুহৰ তেজত বেপাৰ নাই।

বিশ্বনাথে দেউতাকক বুজালে অসমতেই যেতিয়া চিৰস্থায়ীভাৱে থাকিব লাগিব অসমীয়া মানুহৰ লগত মিতিৰ পতাই ভাল। আচল কথা—বিশ্বনাথৰ চকুত নিচা লাগিছিল। কলিকতাত থাকোঁতেই নাৰী-দেহৰ সোৱাদ পালেও ইমান ৰূপ বিশ্বনাথৰ চকুত পৰা নাছিল। কিন্তু ৰূপৰ নিচা মদৰ নিচাৰ দৰেই ক্ষন্তেকীয়া। দুদিনতে বিশ্বনাথৰ আমনি লাগি গ'ল। বিশ্বনাথ আকৌ কলিকতাত পঢ়িবলৈ ওলাল। দেউতাকে কলে—'এতিয়া বিয়া-বাৰু কৰালি। পঢ়ি আৰু কি লাভ হ'ব। গাদীতেই বহ। ব্যৱসায় বুজি ল।ময়ো বুঢ়া হৈ আহিছোঁ।'

বিশ্বনাথে আই-এ, পাছ কৰিয়েই দেউতাকক অব্যাহতি দিবহি বুলি কথা দিছিল। সেইবাৰো অৱশ্যে পৰীক্ষা দিয়া নহ'ল। কিন্তু কলিকতালৈ সেই যোৱাই কাল হ'ল।

—কাবোবাৰ ভৰিৰ শব্দ শুনি বিশ্বনাথবাবু'ৱে মূৰ তুলি চালে। চালাম জনাই অভয়ে থিয় দিলে। অভয়ৰ মুখৰপৰা ভৰিলৈ চাই বিশ্বনাথবাবুৱে কলে—'বাৰু তই বেছি পলম নকৰিবি। চাহ খালিনে নাই? নাই খোৱা যদি চাহ খাই ল। ৰঘুৱা—ৰঘুৱা।'

ৰঘুৱা লৰ মাৰি সোমাই আহিল।

'—ভাইভাৰক চাহ দে। আৰু অভয় শুন। বাবুৱনীৰ ঘৰ পাওঁতে ভাত খাবলৈ দেৰী হৈ যাব পাৰে। বাটতে ক'ৰবাত

হোটেলত খাই লবি।' বিশ্বনাথবাবুৱে টকা পাঁচটা উলিয়াই দিলে।

দুপৰীয়াৰ সাজটো অভয়ে বিশ্বনাথবাবুৰ ঘৰতে খায়। কেতিয়াবা দূৰলৈ যাবলগীয়া হলে হোটেলত খোৱাৰ খৰচটো দিয়ে। দুটকা বা তিনি টকা। পাঁচটা টকা পাই অভয়ে ভাবিলে, হয়তো বা আজি তাৰ কপালখন চাৰিওপিনৰপৰাই ভাল।

ৰঘুৱাই অভয়ক চাহ খাবলৈ মাতি লৈ গ'ল।

॥ তিনি ॥

অভয় ওলাই যোৱাৰ অলপ পিচতে মইনাও বিছনাৰপৰা উঠিল। ককায়েক অভয়ৰ মুখা-মুখি হ'বলৈ মইনাই ভাল নাপায়। ৰাজ্যৰ লেতেৰা ড্ৰাইভাৰ-হেণ্ডিমেনবোৰৰ লগত লোহা-লক্কৰৰ কাম কৰি কৰি মানুহটোৰ মগজুটোও কিবা লোহাৰ দৰে হৈ গৈছে। কোনো ভাল কথাই মূৰত নোসোমায়। টকা এটা খুজিলেই তাৰ মূৰটো গৰম হৈ উঠে, কয়—ক'ৰপৰা পাব। আৰে পাবি ক'ৰপৰা! টকা ঘটিব লাগিব। কতদিন তাক মইনাই কৈছে—ড্ৰাইভাৰী কৰি কি হব। তাতকৈ এটা কিবা বিজনেছকে কৰ। সি আকৌ কয়—বিজনেছ কৰিবলৈ মূলধন ক'ত? আৰে আজি চাৰি-পাঁচ বছৰ দেছোৱালীৰ ঘৰত গোলামী কৰিলি, টকা পাঁচ হাজাৰ গোটাব নোৱাৰিলি? গাড়ীৰ নতুন পাৰ্ট এটা খুলি পুৰণি পাৰ্ট এটা লগাই দিলেই শতকৰা পঞ্চাশ টকা লাভ। তাকো আকৌ মইনাই শিকাই দিব লাগে নেকি? সেইটোও যদি কৰিবলৈ সাহস নাই এই ঘৰ-মাটিখিনি বেচি দিলেও দেখোন আজিৰ বজাৰত কমেও ত্ৰিশ হাজাৰ টকা পোৱা যাব। তাৰ পিচত বিজনেছৰ প্ৰফিটেৰে ভাল ঘৰ-দুৱাৰ সাজিব নোৱাৰালৈকে ভাৰাঘৰত থাকিলেই হ'ল—মাটিখিনি বেচাৰ পৰা হলেই অৱশ্যে ভাল আছিল। এনেকুৱা লেতেৰা ঠাইতনো কোনোবাই ঘৰ সাজেনে! চাৰিওপিনে যত ৰাজ্যৰ পিয়ন, চকীদাৰ, মুচী, মেথৰৰ ঘৰ। ভাল ভদ্ৰলোক এজন দেখিবলৈ নাই। আক ঘৰৰ স্ত্ৰীলোকি চাবা! এটুকুৰা টিনৰ—এটুকুৰা খেৰৰ—এটুকুৰা

বাঁহৰ। এনেকুৱা লেতেৰা ঠাইত থাকে কাৰণেইতো চিঠিখন দিয়াৰ পিচৰেপৰা কণিকাই তাৰপিনে পোন্দোৱা-পোন্দিকৈ চোৱা হ'ল। নহলে চেহেৰাই পাতিয়ে দেখোন সি এটা ডাকত ভিলিকা ল'ৰা। টেবুলৰপৰা আইনাখন তুলি লৈ মইনাই নিজৰ মুখখন ঘুৰাই-পকাই চাব ধৰিলে।

'—মইনা, মুখ ধোহি—চাহ হ'ল।' মাকে ভিতৰৰপৰা মাতিলে।

বাক্সনি ঘৰলৈ গৈ মূঢ়া এটাত টপকৈ বহিয়েই মইনাই সুধিলে—'ককাইদেউ ক'ত ?'

'—ককায়েৰ কামলৈ গ'ল।' মাকে চাহৰ গিলাচটো অগৰঢ়াই দিলে।

'—হুঁ পইচা খোজো বুলি ৰাতিপুৱাই পলাইছে।' চাহৰ গিলাচটো তুলি লৈ মইনাই ক'লে।

'—তইঁত এনেকুৱা অগুণকাৰী নহবি দেই। সি সেইকিটা দৰমহাৰে এঘৰ মানুহ পোহপাল দিছে—এহাল ল'ৰা-ছোৱালী পঢ়ুৱাইছে। আজিলৈ বিয়া-বাকও কৰোৱা নাই। তেনেকৈ কৰলৈ তইঁতৰ বেয়া নালাগেনে ?'

তইঁত বুলি বহু বচনাৰ্থত কথাষাৰ কোৱাত আৰতিৰ মুখখন ক'লা পৰি গ'ল। তাইতো টকা-পইচাৰ কথা লৈ কোনোদিন একো ওজৰ-আপত্তি কৰা নাই। —কিন্তু আপত্তি জনালে মইনাই। গম্ভীৰভাৱেৰে মইনাই কলে—'কিন্তু কলেজৰ ফিজৰ দৰে পিক্‌নিকৰ ফিজো কম্পালচৰি। দিবই লাগিব—নহলে—

—'টকা দি থৈ গৈছে—ৰাতিপুৱাই চিঞৰ-বাখৰখন নলগাবি। যা ককায়েৰৰ—তুলিৰ তলতে আছে—লৈ যা গৈ।' মাকে বিৰক্ত-ভাৱে ক'লে। —'তাৰ কোঠালীত মই কেতিয়াও নোসোমাওঁ। ক'ৰবাত কিবা হেৰাব লাগিলে সি মোকেই ধৰিব। যা আৰতি, তয়েই লৈ আহগৈ।'

মইনাৰ পিনে এটা তীব্ৰ দৃষ্টি নিক্ষেপ কৰি আৰতি ওলাই গ'ল। আৰতিয়ে মইনাক কেইবাদিনো ককায়েকৰ কোঠালীৰপৰা ওলাই অহা দেখিছে। এনেকি কালি ৰাতিও।

আৰতি যোৱাৰ পিচত মাকে ক'লে—'তোৰ দেখোন আজিকালি শুই উঠোঁতেই বেলি দুপৰ হয়। গধূলি ফুৰি আহোঁতে ৰাতি ন-দহ বাজে। পঢ়া-শুনা নো কৰ কেতিয়া?'

একো নামাতিলেও মইনাৰ কপালখন বিৰক্তিত খপ খাই পৰিল। পঢ়াশুনা—এই শব্দটো শুনিলেই আজিকালি মইনাৰ মূৰটো গৰম হৈ উঠিব খোজে। মাইনৰ পৰীক্ষাত মইনা জিলাৰ ভিতৰত প্ৰথম হৈছিল। মেট্ৰিক আৰু পি. ইউ. থাৰ্ড ডিভিজনত পাছ কৰিলেও ইচ্ছা কৰিলে মইনাই বি. এ. পৰীক্ষাতো ডিষ্টিংচন্ লৈ পাছ কৰিব পাৰে। কিন্তু কৰিলেই যেনিবা ডিষ্টিংচন্ লৈ পাছ, তাৰ পিচত কি কৰিব? ডেৰশ টকীয়া কেৰাণী বা মাষ্টৰ এটা,—এয়ে তো? নে পাটনাদৰ ভেকুলীৰ দৰে এই মানুহঘৰে ডেৰশটকীয়া চাকৰি এটাকেই বৰ ডাঙৰ কিবা এটা বুলি ভাবি আছে? মইনাৰ মন' গ'ল চিঞৰি কৈ দিবৰ—সি আৰু পঢ়াশুনা নকৰে। কি কৰিব সি ঠিক কৰি থৈছে। সি ব্যৱসায় কৰিব। কথাছবিৰ ব্যৱসায়। ককায়েক অভয়ে যাৰ ঘৰত গোলামী কৰে সেই বিশ্বনাথৰ সৰু পুতেক চন্দ্ৰনাথ তাৰ বুজুম্ ফ্ৰেণ্ড্।—কথাটো অৱশ্যে মইনাই এতিয়াও উলিওৱা নাই। বেপাৰীৰ পোৱালী তো! এবাৰ না কৰিলে হঁা কৰোৱা টান হব। কিন্তু দুই-এদিনতে কথাটো উলিয়াব। হয়তো আজিয়েই উলিয়াব। তাৰ বিশ্বাস চন্দ্ৰনাথক ৰাজী কৰাব পাৰিব। বাপেকৰ দৰে তাৰ মনটো সৰু নহয়। টকা ঘটাৰ বাহিৰেও জীৱনত যে আৰু বহুত কিবাকিবি কৰিবলগীয়া আছে চন্দ্ৰনাথে জানে। চন্দ্ৰনাথে ফিনেন্স কৰিব। মইনা হব ডিৰেক্টৰ আৰু প্ৰধান অভিনেতা। টকাৰ লগতে আহিব যশ, প্ৰতিপত্তি। কণিকাই সিদিনা চিঠিখনৰ উত্তৰ পৰ্য্যন্ত নিদিলে। তেনেকুৱা হাজাৰজনী

কণিকাক সি মটৰত তুলি লৈ কণিকাৰ চকুৰ আগেয়ে পাৰ হৈ যাব।
—কিন্তু যাক এতিয়া। তাৰ প্লেনটোৰ কথা এতিয়াই উলিয়াই দিলে বুঢ়ীয়ে নহলেও বুঢ়াই এটা পয়মালৰ সৃষ্টি কৰিব। যাঁড়ৰ দৰে ড্ৰাইভাৰ ককায়েকটোতো আছেই।

—'মা, ককাইদেউৰ বিছনাৰ তলত টকা নাই।' আৰতিয়ে খবৰ দিলেহি।

—'হুঁ ? মই জানো নহয় এইবোৰ তাৰ চব ফাকি বুলি। সি মোলৈ টকা থৈ যাব!' গম্ভীৰভাৱেৰে মইনাই ক'লে।

—'তইঁতে বস্তু এটাকে বিচাৰি নাপায়। জীৱনত কি কৰি খাবি।'

ভোৰভোৰাই এইবাৰ মাকে টকা বিচাৰিবলৈ গ'ল। মইনাই চাহ খাই খাই চকুৰ কোণেৰে আৰতিলৈ চাই পঠিয়ালে। আৰতিয়ে বৰ অস্বাভাৱিকভাৱে গম্ভীৰ হৈ খিৰিকীৰে বাহিৰলৈ চাই আছে। মইনাৰ বুকুখন অলপ ঢপঢপাই উঠা যেন লাগিল।

মইনাৰ চাহ খোৱা শেষ হৈছিল। চাহৰ আৰু প্ৰয়োজনো নাছিল। এই কাঠখৰি যেন শুকান বিস্কুটখনেৰেই বা চাহ এগিলাচতকৈ বেছি খায় কেনেকৈ? তথাপি নিৰ্বিকাৰ ভাব দেখুৱাবলৈ মইনাই ক'লে—'আৰতি, মোক আৰু অকণমান চাহ দেচোন।'

একো নামাতি আগৰদৰে গম্ভীৰভাৱেই আৰতিয়ে চাহ বাকিব ধৰিলে। পৰিস্থিতিটো বৰ অস্বস্তিকৰ হৈ পৰিছিল। কোমল মাতেৰে মইনাই ক'লে—'তইঁতৰ স্কুলৰ মিউজিক ছচিয়েল কেতিয়া হব?' মুৰ তুলি নোচোৱাকৈয়ে 'কব নোৱাৰোঁ' বুলি কৈ আৰতিয়ে চাহৰ চেনি ঘুটিব ধৰিলে। মইনাৰ কপালখন আকৌ বিৰক্তিত কোঁচ খাই আছিল। ইহঁত চালা চব একে। এযাৰ ভাল মাত পৰ্য্যন্ত দিব নোখোজে। নিজৰ কোঠালীলৈ উভতি গৈ মইনাই সাজপাৰ কৰিব ধৰিলে। এনেতে বিবুধিৰ দৰে মাকে সোমাই আহি ক'লেহি—'মইনা, টকা নাপালোঁ দেখোন!'

ককায়েক অভয়ে ইমান সহজে টকা দিবলৈ বাজী হব বুলি মইনাই ভবা নাছিল। নহলে—। অলপ নিৰাসক্তভাৱে মইনাই ক'লে—'বাক নেলাগে দে টকা।'

'—কিন্তু টকাকিটা গ'ল ক'লৈ?' চিন্তিতভাৱে মাকে কলে।

'—ককাইদেৱে নিজেও লৈ যাব পাৰে। আনেও—আৰতিয়েও নিব পাৰে।' আচৌত আকৌ এবাৰ মুখখন চাই মইনা ওলাই গ'ল।

কিছুপৰ হতভম্বৰ দৰে থিয় হৈ থাকি মইনাৰ মাকে আৰতিৰ পঢ়া কোঠালীটোৰ পিনে খোজ ললে। এই নিৰোকা চামোনবোৰৰ বিশ্বাস নাই। ইইঁতে মানুহ কাটি মানুহ জোৰা দিব পাৰে। আৰতিৰ গোটেই কিতাপ-পত্ৰবোৰ ওচনচ্ কৰি মাকে আৰতিৰ কাপোৰকানি থোৱা সক টিনৰ ছুটকেছটো খুলি পেলালে।—জাপি থোৱা কাপোৰখিনিৰ দুখনমানৰ তলতেই ওলাই পৰিল এখন পাঁচটকীয়া নোট!

'—আৰতি!' নোটখন হাতত লৈ ধুমুহাৰ দৰে মাক বান্ধনি ঘৰলৈ সোমই গ'ল।

আৰতিয়ে তেতিয়া মাজ-মজিয়াৰ বাঁহৰ খুটাটোত ধৰি সক খিৰিকীখনেৰে একেথৰে বাহিৰলৈ চাই আছিল। ভৰিৰ ওচৰত মইনাৰ কাৰণে বাকি থোৱা চাহ গিলাচ চেঁচা হৈ আহিব ধৰিছিল। মাকৰ মাত শুনি লাহেকৈ আৰতিয়ে ঘূৰি চালে।

'—এই টকা তই ক'ত পালি?'

কিবা এটা কব খুজিও আৰতি বৈ গ'ল। মাকে আকৌ গৰজি উঠিল—'ক'ত পালি এই টকা? চুৰুণী ক'ৰবাৰ!'

চুৰুণী! উচপ্ খাই আৰতিয়ে মাকৰ পিনে জবা ফুলৰ দৰে ৰঙা হৈ পৰা বহল চকুযোৰ তুলি চালে। এবাৰ ভাবিলে কৈ দিয়ে সকলোবোৰ কথা। কিন্তু পিচ মুহূৰ্ততে ভিতৰৰপৰা যেন কিবা এটা উঠি আহি আৰতিৰ ডিঙিত সোপা মাৰি ধৰিলে। কোন সত্তেৰে আৰতিয়ে কৈ দিয়ে—যাক শেষ সম্বল কৰি বাটত পঙ্গু হৈ পৰা

শৰীৰটো লৈও তাইৰ বাপেক আজিও জীয়াই আছে; জীয়াই থকাৰ আশাৰে সিদিনাও কোম্পানীৰপৰা দৰব মগাই আনি খাইছে,—ককায়েকে ৰাতিয়ে-দিনে অসুৰৰ দৰে পৰিশ্ৰম কৰিছে—এখন নৱকৰ দৰে ঘৰত মাকে লেদেনা উকটিৰ ধৰিছে, সেই শেষ সমলকণো আজি হেৰাই গৈছে বুলি।

'—মুখেৰে নামাত কেলৈ—চুকণী ক'ৰবাৰ।'

মাকে পাগলীৰ দৰে আৰতিৰ চুয়ো গালে চৰিয়াবলৈ ধৰিলে। প্ৰায় নিৰ্বিকাৰভাবে আৰতি থিয় হৈ ৰ'ল।

মনে মনে থকা দেখি আৰতিৰ মাকৰ খং দুগুণে চৰি গৈছিল। হাতুৰ ওচৰত যিহকে পাই তুলি লৈ আৰতিক কোবাব ধৰিলে।

—'জানো নহয়—তেওঁৰ দোষ কেনেকৈ যাব। বায়েকৰ গতিয়েই এইবো গতি হ'ব।—বায়েকৰ গতিয়েই এইবো গতি হ'ব।'

বায়েকৰ গতি!! দ্বিতীয়বাৰৰ বাবে উচপ খাই উঠি আৰতি মাটিত বাগৰি পৰি গ'ল।

.........মাকে ভাবিছিল গিলাচৰ কোবটো মূৰত অলপ বেয়াকৈ লাগিছিল।

॥ চাৰি ॥

ফিল্ম-ইণ্ডাষ্ট্রি খোলাৰ প্ৰস্তাৱটো কেনেকৈ দাঙি ধৰিব ভাবে মনে মনে আখৰা কৰি মইনা যেতিয়া চন্দ্ৰনাথৰ কোঠালী পালেগৈ, চন্দ্ৰনাথে কিলাকুটিৰ তলত দীঘল গাৰু এটা লৈ হৰেকৃষ্ণ নামৰ ল'ৰা এটাৰ লগত কথা পাতিব ধৰিছিল। চন্দ্ৰনাথৰ গাত তেতিয়াও স্লিপিং চুট্। চকু দুটা অসম্ভৱ ৰকমে ৰঙা। বোধকৰোঁ যোৱা ৰাতি পানীৰ মাত্ৰাটো বেছি হৈছিল।

'আৰে ভাই, আহ আহ।' চন্দ্ৰনাথে মইনাক উচ্ছ্বসিত স্বাগত সম্ভাষণ জনালে।

স্কুলত চন্দ্ৰনাথে মইনাৰ সৈতে একেলগে পঢ়িছিল। বাপেকে এশটকীয়া দৰমহাৰ প্ৰাইভেট টিউটৰো ধৰি দিছিল যদিও বাহুনি পৰীক্ষাতে পাছ কৰিব নোৱাৰি চন্দ্ৰনাথে পঢ়াশুনা বাদ দিলে। কিন্তু চন্দ্ৰনাথ ল'ৰাটো বেয়া নহয়। ড্ৰাইভাৰৰ ভায়েক বুলি জানিও চন্দ্ৰনাথে মইনাক অৱজ্ঞাৰ চকুৰে নাচায়। সঁচা কথা কবলৈ গলে অলপ তল খাপৰ মানুহবোৰৰ লগতেই চন্দ্ৰনাথৰ বন্ধুত্ব বেছি জমে। এই যে কেটোৰ ক'লা, দতুৱা হৰেকৃষ্ণটো বহি আছে, ইয়াৰ ব্যৱসায়েই হ'ল আলিৰ দাঁতিত তাচ পাতেৰে জুৱা খেলা। অলপতে কাবোবাৰ জেপ কাটি এবছৰমান শ্ৰীঘৰতো বগা ভাত খাই আহিছেগৈ।

'—বহ বহ ভাই।' অৰ্ধশায়িত অৱস্থাতেই চন্দ্ৰনাথে মইনাক

কুচন এখন দেখুৱাই দিলে। মইনা বহি পৰাৰ লগে লগে হৰেকৃষ্ণই ক'লে—'মই যাওঁ, অলপ কাম আছে।'

একো নামাতি গাৰুৰ তলৰপৰা উলিয়াই চন্দ্ৰনাথে মনি বেগটো খুলিলে। মইনাৰ চকুত পৰিল—বেগত এজাপমান পাঁচটকীয়া দহটকীয়া নোট। পানীৰ দৰে খৰচ কৰে বুলি জানিও বাপেকে চন্দ্ৰনাথক প্ৰচুৰ হাত-খৰচ দিয়ে—ঠিক মৰমত নহলেও ভয়ত। এবাৰ কিবা এটা কাৰণত খুজিও বাপেকৰপৰা টকা দুশ নাপাই চন্দ্ৰনাথে বাপেকৰ বিভলভাৰটো টোঁৱাই কোনোবা মাৰোৱাৰীৰ গোলাৰপৰা টকা পাঁচশমান কাঢ়িলৈ আহিছিল। চন্দ্ৰনাথ নহৈ আন কোনোবা হোৱা হলে কেইবছৰমান জেলেই হৈ গ'লহেঁতেন! অৱশ্যে বাপেক বিশ্বনাথে কেইবা হাজাৰো টকা ভৰিবলগীয়া হৈছিল। থানা, পুলিচ কৰি ঢপলিয়াওঁতে ককায়েক শম্ভুনাথৰো হাৰাশাস্তি হৈছিল।

দহটকীয়া নোট দুখন চন্দ্ৰনাথে হৰেকৃষ্ণৰ পিনে আগবঢ়াই দিলে। টকা লৈ হৰেকৃষ্ণ ওলাই যোৱাৰ পিচত মইনাই সুধিলে—'হৰেকৃষ্ণ কেলৈ আহিছিল?'

'—আৰে টকাৰ কাৰণে। চন্দ্ৰনাথৰ ওচৰলৈ টকাৰ দৰকাৰ নহলে কোন আহে? দি দিলোঁ টকা বিশটা। নহলে বেটা যি পকেটমাৰ—কি ঠিক আছে। কোনোবা দিনা মোৰেই পকেট কাটি দিব।' ক্যাপষ্টান চিগাৰেটৰ এমোকোৰা ধোঁৱা এৰি দি চন্দ্ৰনাথে ক'লে।

মইনাৰ মনটো অলপ দমি গ'ল। চন্দ্ৰনাথ আজি মুডত নাই। আছিল যদিও এই হৰেকৃষ্ণটোৱেই মুডটো নষ্ট কৰি থৈ গ'লহি। মনৰ ভিতৰতে হৰেকৃষ্ণক উদ্দ্যেশি অশ্লীল গালি আষাৰচেৰেক পাৰি মইনাই জেপৰপৰা চুৰটৰ পেকেটটো উলিয়াৰ খোজোতেই চন্দ্ৰনাথে বোলগন্ডৰ চিগাৰেট কে'চটো আগবঢ়াই দি ক'লে—'আৰে খা না ইয়াৰপৰা। মোৰ ঘৰত আহি তোৰ জেপৰপৰা চিগাৰেট খাবিনে!'

মইনাক চিগাৰেট যাচি চন্দ্ৰনাথে কলিং বে'লটো টিপিলে। চন্দ্ৰনাথৰ নিজস্ব লগুৱা ভোলা সোমাই আহিল। চন্দ্ৰনাথে ক'লে— 'চাহ লৈ আন।'

চাহৰ নাম শুনি মইনাৰ ভাল লাগি গ'ল। এনেকুৱা সময়ত দিয়া চাহৰ লগত কেৱল দুখন বিস্কুটেই নাথাকে—প্লেট ভৰ্তি হৈ নানান ৰকমৰ মিঠাই, কণী, ৰুটি, মাখন আদিও আছে।—ঘৰতো খাই আহিছে সেৰেকা চাহ এগিলাচ। লগত বুঢ়াৰ বাত বেমাৰত বেঁকা হৈ হোৱা আঙুলিকিটাৰ দৰে বেঁকা এছ বিস্কুট নে কি বিস্কুট এখন। ড্ৰাইভাৰহে আৰু—। খুৱাবই বা ক'ৰপৰা! কিন্তু কি গৰম গৰম কথা! চন্দ্ৰনাথৰ ফালে চাই মইনাই সুধিলে—'পাছে খবৰ কি?'

'—খবৰ খুব বেয়া।' পেটৰ তলত দীঘল গাৰুটো হেঁচি ধৰি অলপ লাজ লাজকৈ কোৱাৰ দৰে চন্দ্ৰনাথে ক'লে।

কাৰো ভাল বেয়ালৈ মইনাই মূৰ নঘমায়। কিন্তু চন্দ্ৰনাথৰ কথা বেলেগ। চন্দ্ৰনাথৰ মৰ্জিৰ ওপৰতেই মইনাৰ সমগ্ৰ প্লেনটো নিৰ্ভৰ কৰিছে। অলপ উৎকণ্ঠিত হোৱা যেন দেখুৱাই সুধিলে— 'খবৰ বেয়া মানে?'

—'একদম মৰি গৈছোঁ বুজিছ।' বিছনাত গালখন লগাই চন্দ্ৰনাথে ক'লে।

চন্দ্ৰনাথে কি কব খুজিছে বুজিব নোৱাৰি মইনাই চন্দ্ৰনাথৰ পিনে চাই ৰ'ল। চন্দ্ৰনাথে কৈ গ'ল—এজনী ছোৱালী—এনেকুৱা সাংঘাতিক ধুনীয়া চেহেৰা ভাই কি কৰি! কেইটাক ক'লোঁ যিমান টকা লাগে খৰচ কৰিবলৈ মই ৰাজি আছোঁ। মাত্ৰ এক ৰাতিৰ কাৰণে বন্দোবস্ত কৰি দে। নাই চালাইত একো কামৰ মানুহ নহয়। কেৱল টকা নিবহে জানে।'

আপাততঃ হৰেকৃষ্ণইতৰ দৰে দহ-বিশ টকা সৰকোৱাৰ মতলব মইনাৰ নাই। যেতিয়া সৰকাব হাজাৰ হিচাপেই সৰকাব।

অৱশ্যে চন্দ্ৰনাথকো নঠগে। চন্দ্ৰনাথে যদি ফিনেন্স কৰে প্ৰফিটৰ ডাঙৰ অংশ এটা চন্দ্ৰনাথেও পাব। কিন্তু চন্দ্ৰনাথক সন্তুষ্ট কৰি ৰখা ভাল। সুধিলে—'ক'ৰ ছোৱালীনো?'

'—স্কুলৰ ওচৰতে দেখিলোঁ। স্কুলৰপৰা আহি আছিল। ক'ৰ ছোৱালী ধৰিব পৰা নাই। কিন্তু কি যে চেহেৰা ভাই—কি কবি।'

টকালি পাবি পাৰি চন্দ্ৰনাথে আৰু কিবাকিবি বলকি গৈছিল যদিও মইনাৰ কাণত সোমোৱা নাছিল। কাণত মাত্ৰ বাজি আছিল একাষাৰ কথা—যিমান টকা লাগে মই খৰচ কৰিবলৈ ৰাজি আছোঁ।

কিমান টকা বাৰু চন্দ্ৰনাথে খৰচ কৰিব? এখন ফ়িল্ম কৰাৰ খৰচ?

লগুৱাটোৱে চাহ-জলপান আনি টি-পয়খনত দি গ'লহি। চন্দ্ৰনাথে মাত্ৰ চাহ একাপ তুলিলৈ চাহ-জলপানবোৰ দেখুৱাই ক'লে —'সেইবোৰ তয়েই খা। মোৰ আজি পেটটো ভাল লগা নাই।'

মাখন লগোৱা টোষ্ট এটুকুৰা চোবাই চোবাই মইনা আকৌ নিজৰ ভাবত নিমগ্ন হ'ল। চন্দ্ৰনাথৰ হাবিলাস অৱশ্যে সহজে পূৰোৱা টান। স্কুলত পঢ়া ছোৱালী নহৈ কোনোবা বিড়িৱালী পানৱালী হোৱা হ'লে এবাৰ চেষ্টা কৰি চাব পৰা গ'লহেঁতেন। কিন্তু যদি কেনেবাকৈ পৰা যায়? কেনেকৈ? মইনাই আজিলৈকে নিজৰ কাৰণেই এটা ব্যৱস্থা কৰিব নোৱাৰিলে। অৱশ্যে মইনাৰ লগত চন্দ্ৰনাথৰ তুলনা নহয়। মইনাক কোনেও ঘূৰি নাচায়। কাৰণ সকলোৱে জানে যিমানেই ধুনীয়া নহওঁক—যিমানেই ফিট্‌ফাট হৈ নাথাকক মইনা ড্ৰাইভাৰৰ ভায়েক। গৰু গোহালিৰ দৰে ভগা ঘৰৰ জুলত থাকে। মইনাৰ কথা শুনা হলে অৱশ্যে পৰিস্থিতিটো বেলেগ ধৰণৰ হ'লহেঁতেন। কিন্তু চন্দ্ৰনাথৰ কথাই বেলেগ। নিজ খুচীমতে নাহিলেও কিবা চল কৰি ছোৱালীজনী যদি আনি চন্দ্ৰনাথৰ কমত এবাৰ সুমুৱাই দিব পৰা যায় পুলিচ-দাৰোগাৰ কিবা হাঙ্গামা হব পাৰে। কিন্তু চন্দ্ৰনাথৰ এদিনৰ হাত খৰচ এটা দাৰোগাৰ এমাহৰ

দৰমহা। চন্দ্ৰনাথে নিজেই চম্ভালি লব পাৰিব। চন্দ্ৰনাথৰ বাপেকৰ নাম শুনিলেতো দাৰোগা কেলৈ এছ-পিয়েও বাপ বাপ বুলি আঁতৰি যাব। সেইবাৰ সেই বিফিউজি ছোৱালীজনী লৈও চন্দ্ৰনাথে কম কাণ্ডখন কৰিলেনে? 'ৰেপ, টেৰিং কেইটা চাৰ্জ দিছিল। কিন্তু পিচত কি হ'ল? চাদীৰ জোতা খাই দাৰোগা-পুলিচ আটাইবোৰ ৰেত খোৱা কুকুৰৰ দৰে নেজ পেলাই পলাল। চন্দ্ৰনাথৰ বাপেকো এটা বাপেকৰ লগৰ বাপেক। খিলঙৰপৰা দিল্লীলৈকে কি খাতিৰ। ছাই এবিয়াৰ ভিতৰতো যে এক্‌চাইজ পুলিচৰ নাকৰ আগত বুঢ়া আঙুলি জোকাৰি চন্দ্ৰনাথে বাজআলিৰ ওপৰত থিয় হৈ দিন দুপৰতে বটলেৰে মদ মুখত ঢালে কাৰ বলত? চন্দ্ৰনাথৰ বাপেক বিশ্বনাথবাবুৰ নাম শুনিলে স্বয়ং ডেপুটি কমিছনাৰেও থৰথৰকৈ কঁপে। একেবাৰে পুৰুষ-সিংহ বুলি যাক কব পাৰি। আৰু মইনাৰ বাপেক? অনবৰত ঘেহেৰ ঘেহেৰকৈ কাহি ভঙা চালিৰ তলত বেঁকা আঙুলিকিটাৰে ধৰি লৈ ধোঁৱাখোৱা টানি থকা অথৰ্ব বুঢ়া এটা। কোন ছোৱালীয়েইবা এনেকুৱা মানুহৰ পুতেক এটাক্ ভাল পাব পাৰে। কিন্তু মইনাই বাপেকৰ দৰে ভঙা চালিৰ তলত বেঁকা আঙুলিৰে ধোঁৱাখোৱা টানি টানি কাহি কাহি মৰিব নোখোজে। ককায়েকৰ দৰে ড্ৰাইভাৰ হৈয়ো গোটেই লাইফটো বৰবাদ কৰি দিব নোৱাৰে। মইনাই তাৰ উদ্দেশ্য সফল কৰিবই। কিন্তু কিমান টকা বাৰু চন্দ্ৰনাথে দিব বা দিব পাৰিব? চাহৰ কাপত সোহা মাৰি মইনাই সুধিলে—'তোৰ বাবাই তোক হাত-খৰচৰ বাবে দিনে কিমান টকা দিয়ে?'

'—বিমান খোজোঁ সিমান দিয়ে'। তাচ্ছিল্যৰ সুৰত চন্দ্ৰনাথে ক'লে।

'—বিমান খোজ সিমান দিয়ে?'—অলপ কৃত্ৰিম বিস্ময়েৰে মইনাই সুধিলে।

'—নিদি কলৈ যাব। চালা বুঢ়াইতো এই মৰিবৰ সময়ত নিজে

গাভৰু ছোৱালী বিয়া কৰাই লৈছে। নি'দিলে হব নেকি?' অলপ উম্মাৰ সৈতে চন্দ্ৰনাথে ফচকৈ জুইশলা কাঠি মাৰি চিগাৰেট এটা জ্বলালে।

কিছুপৰ চন্দ্ৰনাথলৈ চাই থাকি মইনাই সুধিলে—'মাহীয়েৰে আপত্তি নকৰেনে?'

'—তাই বেটীয়ে আপত্তি কৰিব! মই বুঢ়া মৰালৈকে বাট চাই আছোঁ ৰ। তাৰ পিচত তাই বেটী ৰাণ্ডীক একে গতাই বাহিৰ কৰি দিম।' চন্দ্ৰনাথে দাঁত কৰচিলে। মইনাই আকৌ সুধিলে—'ককায়েৰে একা?'

'—সি আৰু কি আপত্তি কৰিব। সিতো দুনীয়াৰ কি হৈছে একো গম নেপায়। ঘৰৰ ভিতৰতে সোমাই লৈ দিনটো তা-না-না-নাকৈ বেৰাই থাকিব—জল্লাদৰ দৰে বন্দুক লৈ হাবিত ঘূৰি ফুৰিব। ক'ৰবাত কিবা মাইকী তাইকীৰ গোলমাল হৈছিল নেকি! চালা একেবাৰেই পাগল হৈ গৈছে; হাঃ হাঃ হাঃ হাঃ।'

নিজৰ ৰসিকতাত নিজেই চন্দ্ৰনাথে পানৰ দাগ লগা ক'লা দাঁতকিটা উলিয়াই হাঁহিব ধৰিলে।

॥ পাঁচ ॥

'কটত নাহি সজনী পিয়াবিন সগৰী ৰৈণ·········

অলপ আগলৈকে দোতলাৰপৰা শম্ভুনাথৰ সুৰালা গলাৰ ধ্বনি টো আহিছিল।

পাগল নহলেও বিশ্বনাথবাবুৰ ডাঙৰ পুতেক শম্ভুনাথক অলপ অবোধ্য ধৰণৰ মানুহ বুলিয়েই অভয়ৰো ধাৰণা আছিল। অভয়ে ককাইদেউ বুলি মাতে। বাবু, চাহাব ইত্যাদি সম্বোধন শম্ভুনাথৰ পছন্দ নহয়। বিশ্বনাথবাবুৰ অন্যান্য কৰ্মচাৰী আদিয়েও দাদা, খুৰা, চাচা আদি বুলি শম্ভুনাথক সম্বোধন কৰে।

ওখ-পাখ ব্যায়ামপুষ্ট বলিষ্ঠ চেহেৰা। ধুনীয়া কিন্তু ভয় লগা—বিশেষকৈ ডাঠ চেলাউৰি আৰু দীঘল নোমেৰে ঢকা ঘোৰ কৃষ্ণ বৰণীয়া চকুহালৰ গভীৰ মৰ্মভেদী চাৱনিটো। চালে চাই থাকিবৰ মন যায়; কিন্তু গাৰ গোটেই তেজবোৰ গোট মাৰি আহিব খোজে। খুব কম কথা কয়। যিখিনি কয় বহুপৰ ভাবি-চিন্তি কয়।

দোতালাৰ একাষৰীয়া কোঠালী এটাত থাকে। কোঠালীটো নানান বাদ্যযন্ত্ৰৰে ভৰপুৰ। শম্ভুনাথে বেছি সময় কোঠালীটোৰ ভিতৰতে গান গাই কটায়। লক্ষ্ণৌ বেনাৰচত কোনোবা ওস্তাদৰ ওচৰত কেবাবছৰো গান শিকা বুলিও অভয়ে শুনিছিল। বন্ধু-বান্ধবো বৰ বেছি নাই। শম্ভুনাথৰ ওচৰলৈ বৰকৈ কোনো নাহে। মাজে মাজে যি দুই-চাৰিজন আহে তেওঁলোকো শম্ভুনাথৰ দৰেই গান-বাজনা

কৰা মানুহ। কেতিয়াবা মাজ-ৰাতিলৈকে মেহফিল বহে। শম্ভুনাথো কাৰো ঘৰলৈ তেনেকৈ নাযায়। কিন্তু মাজে মাজে হঠাতে জীপখন লৈ ঢল পুৱাতে অভয়ৰ ঘৰ ওলায়গৈ। গান-বাজনাৰ উপৰিও শম্ভুনাথৰ আৰু এটা চখৰ বস্তু হ'ল চিকাৰ। অভয় আচলতে বিশ্বনাথৰ নিজস্ব ড্ৰাইভাৰ। অভয়ে বিশ্বনাথবাবুৰ ফিয়েটখন চলায়। শম্ভুনাথ আৰু চন্দ্ৰনাথৰ গাইপতি একোখনকৈ জীপ আছে। নিজেই চলায়। কিন্তু বিশ্বনাথবাবুৱে মাহেকত অন্ততঃ দহ-বাৰ দিন শ্বিলং দিল্লী কৰি ঘূৰি ফুৰে। বিশ্বনাথবাবু বাহিৰলৈ গ'লে শম্ভুনাথে প্ৰায়েই ঢল পুৱাতে আহি অভয়ৰ ঘৰত ঢকিয়ায়হি। অভয়ক লৈ চিকাৰলৈ যায়। টিফিন কেৰিয়াৰত খোৱা বস্তু লৈ যায়। কেতিয়াবা গধূলি ওভতে। কেতিয়াবা দুই-তিনি ৰাতি বাহিৰতে কটায়। চৌখিন মানুহ। কিন্তু অভয়ে বুজ পায়, কেৱল চিকাৰৰ কাৰণেই নহয়, আন এটা আকৰ্ষণেও শম্ভুনাথক অভয়হঁতৰ ঘৰলৈ টানি আনে। নহলে দেখোন আগতীয়াকৈ খবৰ দি পঠিয়ালে অভয়ে নিজেই শম্ভুনাথহঁতৰ ঘৰ ওলাবলৈ পাৰে। শম্ভুনাথ আহি পালে অভয়হঁতৰ ঘৰখনৰ আবহাওৱাটোৱেই ক্ষন্তেকৰ কাৰণে হলেও সলনি হৈ যায়। অভয়ৰ বাপেকে বকনি থমাই নিতান্ত মাৰ্জিত ভদ্ৰ-লোকৰ দৰে শম্ভুনাথৰ লগত কথা-বতৰা পাতে। মাক আৰু আৰতিও সন্ত্ৰস্ত হৈ উঠে। লৰালৰিকৈ চাহ কৰেগৈ। চাহ-তামোল দিয়াৰ চলেৰে আৰতিয়ে শম্ভুনাথৰ লগত লাজ লাজকৈ কথা পাতেহি। অভয়ৰ চকুত পৰে শম্ভুনাথক দেখিলে আৰতিৰ মুখত একৰকম এটা উজ্জ্বলতা ফুটি উঠে। শিলৰদৰে নিশ্চল ভাৱলেশহীন শম্ভুনাথৰ ক'লা চকুযোৰো যেন অলপ চঞ্চল হৈ উঠে। শম্ভুনাথৰ প্ৰতি অভয়ৰ আস্থা আছে। অভয়ে বিশ্বাস কৰে কোনো ৰকমৰ নীচ কাম শম্ভুনাথে কৰিব নোৱাৰে। কিন্তু ৰব বেছি ভৰসা কৰিবলৈও অভয়ৰ সাহস নহয়। হয়তোবা আৰতিৰ প্ৰতি শম্ভুনাথৰ সঁচাকৈয়ে দুৰ্বলতা আছে। আৰতিও হয়তোবা জাকত জিলিকা ছোৱালী।

হাজাৰজনীৰ মাজত সোমাই থাকিলেও চকুত পৰা ধৰণৰ। তথাপিও শম্ভুনাথ হ'ল কোটিপতিৰ সন্তান। আৰু আৰতি হ'ল শম্ভুনাথৰ ভৃত্যতুল্য মানুহ এটাৰ ভনীয়েক।

অভয়ে গেৰেজৰপৰা মটৰখন উলিয়াওঁতেই শম্ভুনাথে দোতলাৰপৰা হাত দাঙি ৰবলৈ ক'লে। অভয়ৰ কপালখন কোঁচ খাই গ'ল। বিশ্বনাথবাবুৱে গাড়ীখন দি কিবা কামত অভয়ক অ'লৈ ত'লৈ পঠিয়ালে শম্ভুনাথো কেতিয়াবা গাড়ীখনত সোমাই বহি পৰে। কেতিয়াবা কিছুদূৰ গৈ হঠাতে গাড়ীৰপৰা নামি কেনিবাদি গুচি যায়। কেতিয়াবা গাড়ীখনতেই আকৌ উভতি আহে।

শম্ভুনাথ আহি ওচৰ পাওঁতেই অভয়ে ক'লে—'বাবুজীয়ে কৈছে বাবুৱানীক ঘৰৰপৰা লৈ আহিবলৈ।'

'—ময়ো সেইপিনেই যাম' বুলি কৈ শম্ভুনাথ গাড়ীত সোমাই বহি পৰিল।

অভয়ৰ মন গৈছিল শম্ভুনাথক গাড়ীৰপৰা গছিয়াই নমাই দিবৰ। ইমান দিনে আশা পালি থকা দিনটো আজি আহি পৰিছিল। এই পাগলটোৰ কাৰণেই এতিয়া সকলো বৰবাদ হৈ গ'ল।—কামো নিশ্চয় একো নাই। গাড়ীখনত থমথমকৈ বহি থাকিব। আকৌ গাড়ীখনত উভতি আহিব। হয়তোবা অভয়ৰ লগত দুই-চাৰিআষাৰ কথা পাতিব। ঘৰৰ খবৰ লোৱাৰ চলেৰে আৰতিৰ খবৰ লব।—পঢ়াশুনা কৰিছেনে নাই। পাছ কৰিলে কলেজত পঢ়িব নে নপঢ়ে। অভয়ে ঠিক কৰিলে আজি যদি চল-চাতুৰি কৰি শম্ভুনাথে আৰতিৰ কথা উলিয়ায় অভয়ে কৈ দিব লোকৰ আবিয়ৈ গাভৰুৰ খা-খবৰত ইমান আগ্ৰহ থকা ভাল নহয়। নতুবা অভয়েই কিবা চল কৰি কৈ দিব আৰতিৰ বিয়াৰ বন্দবস্ত হৈ গৈছে।

খং আৰু বিৰক্তিত অভয়ৰ মুখটো গৰম হৈ উঠিছিল। কিন্তু গাড়ীখন গৈ চাৰি আলিৰ কেঁকুৰিটো ঘূৰাৰ লগে লগে এটা নতুন সম্ভাৱনাই অভয়ৰ চকুত জিলিকি উঠাদি উঠিল। শম্ভুনাথে কৈছিল—

সেইপিনেই যাব। কিন্তু সেই পিনে বিশ্বনাথবাবুৰ শহুৰেকৰ ঘৰ পৰ্যান্ত নহবওতো পাৰে। মাজবাটতে হয়তো ক'ৰবাত নামিও যাব পাৰে। আশা-নিৰাশাত থৰক্ বৰক্ হৈ পৰা মাতেৰে অভয়ে সুধিলে—'আপুনিও বাবুৰানীৰ ঘৰলৈকে যাব নেকি?'

শম্ভুনাথে জেপৰপৰা শকত নোট-বুক এটা উলিয়াই পাত লুটিয়াই আছিল। মূৰ নোতোলাকৈয়ে শম্ভুনাথে উত্তৰ দিলে, 'নাই, মই ইটাভাটিৰ ওচৰতে নামি যাম।'

অভয়ৰ বুকুৰপৰা এটা বিৰাট পাষাণভাৰ নামি যোৱা যেন লাগিল। মনৰ উলাহত অভয়ে গাড়ীৰ স্পীড বঢ়াই দিব খোজোতেই বহীখন জেপত ভৰাই শম্ভুনাথে কলে—'চাওঁ দেচোন—মই চলাওঁ!

অভয়ে ষ্টিয়াৰিং এৰি দিলে।

চহৰ এৰি গৈ গাড়ী গ্ৰামাঞ্চলত সোমালগৈ।

দুয়ো কাষে মুকলি পথাৰ। অভয়ৰ মনটোও মুকলি মুকলি লাগি গ'ল।

আজিও যদি তেনেকুৱা সুযোগ এটা আহে। আহে নহয়— আহিবই। অসংযত সাজপৰৰ বাবুৰানীৰ চেহেৰাটো অভয়ৰ চকুৰ আগত ভাহি উঠিছিল। কিন্তু চকুত পৰাকৈ গাৰ কাষতে বহি থকা শম্ভুনাথৰ উপস্থিতিয়ে কিবা এটা অস্বস্তিৰ ভাব জগাই তুলিছিল। শম্ভুনাথৰ পিনে পিঠি দি দুৱাৰৰ ওপৰত থোৱা কিলাকুটিটোৰ ওপৰত থুতৰিটো গুজি লৈ বাহিৰৰ পথাৰবোৰলৈ চাই চাই অভয়ে নিজৰ ভাবত তন্ময় হবলৈ চেষ্টা কৰিলে।

বাবুৰানী মানুহজনীক অভয়ে ভালকৈ বুজিব পৰা নাছিল। বাবুৰানী সঘনে বাপেকৰ ঘৰলৈ যায়। মাহেকত অন্ততঃ এবাৰ। অভয়েই থৈ আহেগৈ। কেইদিনমানৰ পিচত লৈও আহেগৈ অভয়েই। বিশ্বনাথবাবু ব্যস্ত মানুহ। কদা-কাচিৎহে বাবুৰানীৰ লগত যায়। বিয়া হোৱা আজি প্ৰায় তিনি বছৰ হ'ল। প্ৰথমে মানুহজনী বৰ বাংঢালী ধৰণৰ আছিল। অভয়ে বুজি পোৱা নাছিল

বিশ্বনাথবাবুৰ দৰে বুঢ়া মানুহ এজনক বিয়া কৰাইও গাভৰু ছোৱালী এজনী ইমান সুখী হব পাৰে কেনেকৈ। আকৌ ভাবিছিল—বুঢ়া হলেও বিশ্বনাথবাবুৰ অলেখ টকা আছে। হয়তোবা টকা-পইচাই তিৰোতাক সুখী কৰে। সেইবোৰ যিয়েই নহওঁক—প্ৰথমৰেপৰাই বাবুৱানীক অভয়ৰ ভাল লাগিছিল। বাবুৱানীয়েও অভয়ক মৰম কৰিছিল। সিদিনালৈকে অন্ততঃ মৰম কৰা বুলিয়েই ভাবিছিল। ডাঙৰে সৰুক কৰা মৰম। পুজাই-পাৰ্বনে আনে নিদিলেও বাবুৱানীয়ে অভয়ক কাপোৰকানি দিছিল। কেতিয়াবা কামিজ, কেতিয়াবা পেণ্টৰ কাপোৰ। অভয়ৰ হাতত ঘৰৰ বাকীবোৰ মানুহলৈও পঠিয়াইছিল—চুৰীয়া, চাদৰ, শাৰী ইত্যাদি। এবাৰ টকাৰ নাটনি পৰাত ঘৰৰ টেক্স দিবলৈ বাবুৱানীৰপৰা টকা এশও ধাৰে লৈছিল। সেই টকাও বাবুৱানীয়ে ওভোতাই লোৱা নাছিল। ওভোতাই দিব খোজোতে 'দূৰ পাগল' বুলি অভয়ক দূৰ কৰি দিছিল। সেই টকাকিটাৰে ভনীয়েকক মিঠাই কিনি দিবলৈ কৈছিল।

সাধাৰণতে বাবুৱানীৰ দেউতাকৰ ঘৰলৈ গলে ঘৰত থৈয়েই অভয় উভতি আহে। ৰাতি নাথাকে। কিন্তু এবাৰ উভতি আহিব নোৱাৰিলে। বৰষুণত তিতি অলপ পানী লাগি আছিল। গাটোও বিষাইছিল। বাবুৱানীৰ ঘৰ পোৱাৰ লগে লগে, তীৰ কঁপে জ্বৰ উঠিল। তথাপিও অভয়ে গাড়ী লৈ উভতি আহিব খুজিছিল। কিন্তু বাবুৱানীয়ে আহিব নিদিলে। বাবুৱানীয়ে ভায়েকৰ হতুৱাই বিশ্বনাথ-বাবুক ফোন কৰালে। অভয়ৰ ঘৰত চিন্তা কৰি থাকিব পাৰে বুলি ঘৰত খবৰটো দিবলৈ ভায়েকৰ হতুৱাই বিশ্বনাথবাবুক নিৰ্দেশ দিয়ালে।

—আগেয়ে যেনেকুৱাই নাথাকক বিয়াৰ পিচৰেপৰা বাবুৱানীৰ দেউতাকৰ আৰ্থিক অৱস্থাও ভাল হৈ আহিছিল। নতুনকৈ সজা পকীঘৰটোৰ সৰু কোঠালী এটাত অভয়ক বিছনা পাৰি শুবলৈ দিলে। ডাক্তৰ আহি দৰব দি গ'ল। ৰাতিও উঠি আহি বাবুৱানীয়ে

অভয় কেনে আৰ্হে চুবাৰমান খবৰ কৰি গৈছিল। কপালত হাত দি জ্বৰ চাই গৈছিলহি। দ্বিতীয়বাৰ যেতিয়া বাবুৰানী আহিছিল— তেতিয়া বেছ ৰাতি। ঘৰটো নিজান হৈ পৰিছিল। হয়তোবা ঘৰৰ আটাইবোৰ মানুহ তেতিয়া ঘোৰ টোপনিত পৰি আছিল। ঠিক কি উদ্দেশ্যেৰে বাবুৰানী আহিছিল এতিয়া সন্দেহ হলেও তেতিয়া কিন্তু এটা গভীৰ কৃতজ্ঞতাবোধৰ বাহিৰে আন একোৱেই অভয়ে অনুভৱ কৰা নাছিল। মূৰৰ শিতানত জ্বলি থকা লেমটোৰ ক্ষীণ পোহৰত বাবুৰানীক গোসানী প্ৰতিমা যেন লাগিছিল। উত্তপ্ত কপালত বাবুৰানীৰ কোমল হাতৰ শীতল স্পৰ্শ পাই এটা গভীৰ তৃপ্তিত অভয়ে চকু মুদি দিছিল।

পিচদিনা দুৰ্বল হৈ থাকিলেও জ্বৰ এৰা দেখি অভয় আহিব খুজিছিল। কিন্তু বাবুৰানীয়ে আহিবলৈ নিদিলে। দুৰ্বল দেহাৰে ড্ৰাইভ কৰিলে ক'ৰবাত কিবা হব পাৰে। অভয়ে কৈছিল—"গাড়ী ইন্সিওৰ কৰা আছে যেতিয়া দুৰ্ঘটনা হলেও ভয় নাই।" বাবুৰানীয়ে কৈছিল—"গাড়ী ইন্সিওৰ কৰা আছে জানো ; কিন্তু ড্ৰাইভাৰজনো জানো ইন্সিওৰ কৰা আছে ? ক'ৰবাত কিবা এটা হব লাগিলে ঘৰখনৰ কি হব ভাবি চাইছানে নাই ?" অভয়ে একো মতা নাছিল। অভয় মৰিলে ঘৰখনৰ কি হব হয়তোবা তাৰ কথাকেই ভাবিছিল।

কৌতুকৰ হাঁহি এটা মাৰি বাবুৰানীয়ে আকৌ কৈছিল— "তাৰোপৰি ডেকা মানুহ। এতিয়াও বিয়া-বাক কৰোৱাই নাই। মৰিলে কিমান সাধ বৈ যাব—"

—বাংগালী মানুহ। কিন্তু পিচলৈ মানুহজনী বেলেগ হৈ পৰিছিল। আগেয়ে মাকৰ ঘৰলৈ আহোঁতে ওৰে বাটে বাবুৰানীয়ে কথা কৈ আহে। অভয়ইঅৰ ঘৰৰ খবৰ লয়। কাৰণে-অকাৰণে হাঁহে। অভয়ক কেতিয়াবা ৰস লগা কথা কৈ জোকায়। কিন্তু কেইমাহমানৰপৰা অভয়ে লক্ষ্য কৰিছে—বাবুৰানী অলপ অস্বাভাৱিক-ভাৱে গম্ভীৰ হৈ পৰিছে। মুখত হাঁহি নাই। কথাও তেনেকৈ

নকয়। কিবা-ভাবি-গুণি দূৰলৈ চাই থাকে। চেহেৰাটোও বেয়া হৈ আহিছে। গাৰ উজ্জ্বলতা কমি গৈছে, চকুৰ তলত ক'লা দাগ পৰিছে। কেৱল চকুৰ তলতেই নহয়, গোটেই মানুহজনীৰ গাতেই এটা অস্বাস্থ্যকৰ ক'লা চামনি পৰিছে। মুখখন খীণোৱা কাৰণেই নেকি ডাঙৰ চকুহাল আৰু বেছি প্ৰকট হৈ পৰিছে। চকুৰ চাৱনিত কিবা এটা অস্বাভাৱিক ধৰণৰ তীব্ৰতা, মুখতো কেইটামান শালমইনা ওলাইছে। শালমইনা যৌন বুভুক্ষাৰ লক্ষণ বুলি অভয়ে ক'ৰবাত শুনিছিল। বিশ্বনাথবাবুৰ বয়স হৈছে। হয়তোবা সামৰ্থ্য হেৰুৱাইছে। বাবুৱানীৰ জোৱান বয়স। হয়তোবা সেই কাৰণেই—। হওক ভালেই হৈছে। বুঢ়াকনো এই বয়সত গাভৰু তিৰোতাজনী বিয়া কৰাবলৈ পাইছিল কিহে? তাৰোপৰি এনেকুৱা দুই-এটা অসমৰ্থ বুঢ়া মালিকৰ দুই-এজনী গাভৰু তিৰোতা নাথাকিলেনো অভয়ৰ দৰে বিয়া নকৰোৱা ডেকা মানুহবোৰেই বা থাকে কেনেকৈ? বিয়া-বাৰু কৰোৱাৰ কথা অভয়ে নাভাবে। আৰতিৰ আন একো নাথাকিলেও চেহেৰা আছে। শম্ভুনাথৰ কথা কোৱা টান। শম্ভুনাথে নহলেও চেহেৰাৰ কাৰণেই আন কোনোবা ভাল দৰায়েই হয়তোবা আৰতিক বিয়া কৰাব। মইনা পঢ়াশুনাত বেয়া নহয়। মেট্ৰিকত অৱশ্যে ভাল কৰিব নোৱাৰিলে। বাহিৰত অলপ বেছিকৈ ঘূৰে। অলপ চকু দিলেই ঠিক হৈ যাব। মইনাক পঢ়ুৱাব লাগিব। মানুহ কৰিব লাগিব। ডাক্তৰ, হাকিম বা প্ৰফেছাৰ। তাৰ পিচত অভয়ৰ হয়তো বিয়া কৰোৱাত একো বাধা নাথাকিব। কিন্তু অভয়ে বিয়া নকৰায়। বিয়া কৰাবলৈ অভয়ে ভয় কৰে। অভয়ৰ দেউতাকেও বিয়া কৰাইছিল। কোনোবা জাহাজ কোম্পানীত কাম কৰিছিল। টুক-টাককৈ চলি গ'লেও সুখৰ সংসাৰেই আছিল। কিন্তু এটাৰ পিচত এটাকৈ দেউতাকে আঘাত পাব ধৰিলে। অভয়ৰ বায়েক নিৰুদ্দেশ হৈ গ'ল। একেবাৰে নিৰুদ্দেশ হোৱা হলেও অৱশ্যে ভাল আছিল। কোনোবা এজন পাঞ্জাবী মিলিটাৰীৰ লগত

পলাই গৈছিল। কিন্তু ছুবছৰমানৰ পিচতে উভতি আহিছিল ঘৰলৈ নহয়—অসমলৈ। অকলে উভতি আহিছিল। মিলিটাৰীজন তেতিয়া অন্তৰ্দ্ধান হৈছিল। উজনী অসমৰে এখন চহৰত এতিয়া থাকে। অকলেই ঘৰ এটা লৈ থাকে। ঘৰটোৰ সমুখৰ কোঠালী এটাত এখন সৰু দোকান খুলিলেও বায়েকৰ আচল উপাৰ্জনৰ পথটোৰ কথা চহৰৰ অন্যান্য মানুহৰ দৰে অভয়েও জানে। অভয়ৰ মাক-দেউতাকেও নজনা নহয়। মধুৰ মাকেই খবৰটো দিছিল। মধুৰ মাক মানুহজনীয়েই এখন জীৱন্ত গেজেট। অভয় এবাৰ গৈ বায়েকৰ ঘৰো ওলাইছিলগৈ। মন আছিল—বায়েকক আকৌ ঘৰলৈ লৈ আহিব। কিন্তু গতি-গোত্ৰ দেখি বুজিলে, বায়েক উভতি নাহে। তথাপিও এবাৰ কৈ চাইছিল। বায়েকে উত্তৰ দিছিল—"মই ইয়াতেই ভালে আছোঁ। ঘৰলৈ উভতি নাযাওঁ। তইঁতো আৰু মোৰ ওচৰলৈ নাহিবি।" কথাকিষাৰ কৈয়েই গাৰুত মুখ ঢাকি বায়েকে হুকুহুকাই কান্দি পেলাইছিল।

—অভয়ক লৈও দেউতাকৰ জল্পনাৰ অন্ত নাছিল। সৰুতে অভয়ে লোহা-লক্কৰৰ যন্ত্ৰ-পাতিবোৰ লিৰিকি-বিদাৰি ভাল পাইছিল। দেউতাকে প্ৰায়েই মাকৰ আগত কৈছিল—অভয়ক ইঞ্জিনীয়াৰ কৰিব। কিন্তু হঠাতে বাপেক বেমাৰত পৰিল। পঙ্গু হৈ গ'ল। ক্লাছ টে'নতে স্কুল এৰি অভয় হেণ্ডিমেন হবলগীয়া হ'ল। তাৰ পিচত প্ৰমোচন পালে ড্ৰাইভাৰৰ পদলৈ। অভয়ে বুজি পায়, বাপেকে অভয়ক বকি থাকে খঙত নহয়—বেজাৰত। ঘৰ-সংসাৰ কৰা যে কিমান বিপজ্জনক অভয়ে তাকো বুজিছে। ঘৰ-সংসাৰৰ প্ৰতি অভয়ৰ মোহ নাই। কোনো তিৰোতাৰ প্ৰতিও অভয়ৰ মোহ নাছিল। কিন্তু সিদিনা বাবুৱানীয়েই তাৰ তেজত জুই লগাই দিলে। বৰ বেছি অভয়ে একো নিবিচাৰে। বিচাৰে মাথো এটা অভিজ্ঞতা।—দুৰণিৰ পথাৰত গাই এজনীৰ ওপৰত জাপ মাৰি উঠি ষাঁড় এটাই আগ ঠেং ছুটাৰে গাইজনীৰ কঁকালত সাৱটি ধৰিছিল। হয়তোবা অভয়েও আজি………।

'—অভয়।'

থকমককৈ অভয়ে মূৰ তুলি চাই দেখে যে ইটাভাটিৰ ওচৰ পাই মটৰখন বৈ আছে।

দুৱাৰ খুলি শম্ভুনাথ নামি পৰিল। অভয়ে সুধিব খুজিছিল—উভতি আহোঁতে শম্ভুনাথক তুলি লৈ যাব লাগিব নেকি। কিন্তু নুসুধিলে।—দীঘল দীঘল খোজেৰে শম্ভুনাথ গৈ কেকুৰিটো পাৰ হওঁতেই মটৰত ষ্টাৰ্ট দিলে।

॥ ছয় ॥

গেৰেজত মটৰখন থৈ ঘৰলৈ বুলি অভয়ে খোজ লওঁতেই ট্ৰেজাৰীৰ ঘণ্টাত এঘাৰটাৰ কোব পৰিছিল। জাৰকালিৰ ৰাতি। এঘাৰ বজাতেই বাট-পথ নিজান হৈ পৰিছে। মাথোন আলিবাটৰ কাষে কাষে ভূতৰ চকুৰ দৰে জ্বলি আছে ইলেকট্ৰিক্ লাইটবোৰ—

চাবিশ মাইল একেৰাহে কেবাবাৰো অভয়ে গাড়ী চলাই পাইছে। কিন্তু আজি অভয়ৰ গোটেই শৰীৰ যেন এটা গভীৰ অৱসন্নতাত ভাগি পৰিব খুজিছিল। বাৰে বাৰে চকুৰ আগত ভাহি উঠিছিল বাবুৰানীৰ সেই বাঘিনীৰ দৰে জ্বলি উঠা চকুযোৰ। কাণত বাজি উঠিছিল—সেই হিংস্ৰ গৰজনি—'নহি !!'

বাবুৰানীক লৈ উভতি আহোঁতে অভয়ে ওৰেবাটে ভাবি আহিছিল কেতিয়া এটা নিজান পাহাৰৰ ওচৰত বাবুৰানীৰ ভোক লাগিব।—সিদিনা বাবুৰানীয়েই চল কৰি লগত যোৱা লিগিৰী ছোৱালীজনীক গাড়ীলৈ ওভতাই পঠিয়াইছিল। কৈছিল—'যা তই গাড়ীতে বহি থাকগৈ। মালপত্ৰ আছে। কোনোবাই লৈ যাব।' আজি পাৰিলে অভয়ে ছোৱালীজনীক গাড়ীতেই থৈ যাব। কব 'তই গাড়ীতে বহি থাক। গাড়ীত বস্তু আছে—।'

—এটা পাহাৰ পাৰ হৈ গ'ল। বেছ ভাল ঠাই আছিল। দূৰত অৱশ্যে আৰু এটা পাহাৰ দেখা গৈছে। কিন্তু ক'তা বাবুৱানীয়ে সেখোন নিৰ্বিকাৰভাৱে আনফালেহে চাই আছে। পাহাৰটো বাবুৱানীৰ চকুত পৰাই নাই নেকি?—নে বাবুৱানীৰ আজি ভোকেই লগা নাই? ইয়াৰ পাচত দেখোন কেইমাইলমান পাহাৰ নাই। আছে বহল মুকলি পথাৰ আৰু মানুহৰ ঘৰ-বাৰী। নাই ঠাইডোখৰ বোধকৰোঁ বাবুৱানীৰ পছন্দ নহ'ল।

—সৰু ডাঙৰ খেৰৰ ঘৰ,—গৰু মানুহৰ জাক পাৰ হৈ গ'ল। সৌটো দূৰত আকৌ পাহাৰ দেখা গৈছে। এইটোৱেই পাহাৰটো যেন লাগিছে। ঠিকেইতো—সেই পাহাৰেই। এইটো পাহাৰৰ দাতিতেই সিদিনা—। ড্ৰাইভ্‌ মাছত অভয়ে দেখিলে বাবুৱানীয়েও একেবাহে পাহাৰটোৰ পিনে চাই আছে।

পাহাৰটোৰ ওচৰ পাই ঘপহকৈ ব্ৰেক টানি নিজে নজনাকৈয়ে অভয়ে সুধি পেলালে—'ইয়াতেই চাহ-জলপান খাব নেকি?'

'—নেহি।'

হিংস্ৰ বাঘিনীৰ দৰে বাবুৱানীয়ে গৰজি উঠিল।

অভয়ৰ হাতৰ ষ্টিয়াৰিঙো কঁপি উঠিছিল।

ড্ৰাইভ্‌ মাছত দেখিছিল—বাবুৱানীৰ চকু দুটাও বাঘিনীৰ দৰে জ্বলি উঠিছে।

বাকীছোৱা বাট কেনেকৈ আহিছিল অভয়ৰ মনত নাই। মাত্ৰ অনুমান হৈছিল—এটা বিৰাট ভূঁইকঁপ হব ধৰিছে। গছ-গছনি ঘৰ-দুৱাৰ সকলো বাগৰি পৰিছে। অভয়হঁতৰ ঘৰৰ খুটাবোৰো ভাগি পৰিছে। থানবান হৈ পৰিছে—জোৰা-তাপলি মাৰি টানি নিয়া তাৰ সংসাৰখনো। বাবুৱানীয়ে সকলো কথা বিশ্বনাথবাবুক কৈ দিছে। বিশ্বনাথবাবুৱে দাৰোৱান লগাই তাক বাহিৰ কৰি দিছে।

ড্ৰাইভাৰৰ চাকৰিৰ অৱশ্যে অভাৱ নাই। কিন্তু ইমান দৰমহা ড্ৰাইভাৰক কোনে দিয়ে। তাৰ দৰমহাৰ কথা শুনি বাপেক

হৰিপ্ৰসাদ আচৰিত হৈ গৈছিল। অভয়ে নিজেও কম আচৰিত হোৱা নাছিল। কিন্তু বিশ্বনাথবাবুৱে হাঁহি হাঁহি কৈছিল—'বাক হব দেচোন খাটনি আছে। মাজে মাজে অভাৰ টাইমো কৰিব লাগিব।' কিন্তু প্ৰাইভেট কাৰৰ ড্ৰাইভাৰৰ আক' কি অভাৰ টাইম!

বিশ্বনাথবাবু বাহিৰলৈ গলে শম্ভুনাথে অভয়ক অলপ টকা দিয়ে। শম্ভুনাথৰপৰা টকা লবলৈ অভয়ে আপত্তি কৰোঁতে শম্ভুনাথে কৈছিল—সেইয়া হেনো অভয়ৰ ডিউটিৰ বাহিৰৰ কাম। গতিকে তাৰ বাবে বেলেগ বানচ অভয়ৰ ন্যায্য প্ৰাপ্য। কিন্তু কাইলৈৰপৰা সকলো শেষ।

এবাৰ ভাবিছিল, গাড়ী ৰখাই অভয়ে বাবুৱানীৰ ভৰিত দীঘল দি পৰি কয়—'বাবুৱানী মোক মাফ কৰক। এঘৰ মানুহৰ বধৰ ভাগী নহব।' কিন্তু সেইটোও কৰিব নোৱাৰিলে, নিজৰ আত্মসম্মানত আঘাত লগাৰ ভয়ত নহলেও বাবুৱানীৰ গাৰ কাষতে বহি থকা লিগিৰী ছোৱালীজনীৰ কাৰণে। মাত্ৰ ঘৰ পোৱাৰ পিচত লিগিৰী ছোৱালীজনী অলপ আগবাঢ়ি যোৱা দেখি ওচৰ চাপি গৈ বাবুৱানীক লাহেকৈ অভয়ে কৈছিল—'মাফ কৰিব বাবুৱানী।'

এবাৰ উভতি চাই বাবুৱানীয়ে নীৰৱে খোজ লৈছিল। কিন্তু বাবুৱানীৰ মুখত কি ভাব ফুটি উঠিছিল এন্ধাৰত অভয়ে ধৰিব পৰা নাছিল।

বাবুৱানীহঁত সোমাই যোৱাৰ পিচতো ভালেমান পৰ অভয়ে চিৰিটোৰ ওচৰতে বহি আছিল। যি হয় আজিয়েই হৈ যাওক। নিশ্চয় অলপ পিচতে বাবুৱানীয়ে সকলো কথা বিশ্বনাথবাবুক কব। তাৰপিচত কি হয় কি নহয় আজিয়েই জানি থোৱা ভাল হব। কিছুপৰৰ মূৰত লিগিৰা ল'ৰা এটা আহি সুধিছিল—'বাবুৱানীয়ে সুধিছে আপুনি আজি ইয়াতে ভাত খাই যাব নেকি?'

বাবুৱানীয়ে সুধিছে?? নাই, অভয়ে চাগৈ কিবা ভুল শুনিছিল বা লিগিৰা ল'ৰাটোৱেই বাবুৱানী বুলি ভুল কৰি কৈছে বুলি অভয়ৰ

আকৌ সুধিবৰ মন গৈছিল—বাবুৱানী নে বাবুৱে কৈছে? কিন্তু বাবুৱানীৰ উল্লেখ থকা কোনো কথাৰ সম্বন্ধে কৌতূহল দেখুৱাবলৈ অভয়ৰ সাহস নহ'ল। আৰু বেছিপৰ তাত বহি থকাও সন্তুৱপৰ নহয়। নাখাওঁ বুলি কৈ ঢলং-ঢপংকৈ অভয় ওলাই আহিছিল।

ওচৰ-চুবুৰীয়া আটাইবোৰ টোপনিত পৰিলেও অভয়হঁতৰ ঘৰত তেতিয়াও লেম জ্বলি আছিল। অহাত পলম হলেও অভয়ৰ কোঠালীত লেম এটা জ্বলি থাকে। কিন্তু আটাইকিটা কোঠালীতে ইমান পৰলৈকে লেম জ্বলি থকা দেখি অভয় অলপ আচৰিত হ'ল। নঙলাডাল খোলোতেই অভয়ৰ কাণত পৰিল—বাপেকে চিঞৰিব ধৰিছে, যাব যাব, চব যাব। আগৰ হাল গৰু যেনি যায় পিচৰ হালো তেনিয়েই যাব……।

অলপ উৎকণ্ঠিতভাৱে অভয় ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

মূৰত বেণ্ডেজ এটা মাৰি আৰতি শুই আছে। কাষত বহি আছে অভয়ৰ মাক আৰু মধুৰ মাক।

'—আৰতিৰ কি হ'ল?' অলপ আচৰিত হৈ অভয়ে সুধিলে।

একো নামাতি তলমূৱা হৈ মাকে চকুপানী টুকিলে। মধুৰ মাকে ক'লে—'ৰচোন ৰ। ইমান তৎ নোহোৱা কৰিছ কেলৈ, জিৰাই শঁতাই ল।'

মধুৰ মাকক অভয়ে চকু পাৰি দেখিব নোৱাৰে। কিন্তু এই ৰাতি দুপৰলৈকে অসুস্থা ভনীয়েকৰ ওচৰত বহি থকা মানুহজনীক টান কথা কবৰো সত নগ'ল। তথাপি অলপ টানকৈ সুধিলে—'মূৰত কি হ'ল নকৱনো কিয়?'

'—একো হোৱা নাই যা—পৰি দুখ পালে।' মধুৰ মাকে কথাষাৰ এনেদৰে ভেকাহি মাৰি কলে, কিবা ৰহস্যজনক কথা লুকাই আছে বুলি যাতে অভয়ৰো সন্দেহ হয়। কিন্তু সিমানবোৰ কথা ভাবি-চিন্তি চোৱাৰ ধৈৰ্য্য অভয়ৰ নাছিল। যেনেকৈয়ে নহওঁক আৰতিয়ে মূৰত দুখ পাইছে। কিন্তু ডাক্তৰক দেখুৱাইছেনে নাই? অলপতে

ল'ৰা এটাই মূৰত দুখ পাইছিল। সামান্য আঘাত। কিন্তু ডাক্তৰক নেদেখুৱাৰ কাৰণে সাদিনৰ ভিতৰতে ধনুষ্টঙ্কাৰ হৈ মৰিল।

'কাৰোবাক দেখুৱাইছনে নাই ?' উদ্বিগ্নভাৱে অভয়ে সুধিলে।

'নিখিল ডাক্তৰে চাই গৈছেহি।' কৌতুকত মধুৰ মাকৰ দঁহা চকুযোৰ নাচি উঠিল।

নিখিলৰ নাম শুনাৰ লগে লগে বিৰক্তিত অভয়ৰ কপালখন কোঁচ খাই গ'ল।

নিখিল ডাক্তৰ আচলতে ডাক্তৰ নহয়, কম্পাউণ্ডৰহে। এখন ফাৰ্মাচী আছে। মানুহে ডাক্তৰ বুলি কয়। এই অঞ্চলৰ আটাইবোৰ বেমাৰী প্ৰথমে নিখিল ডাক্তৰৰ ওচৰলৈকে যায়। কিন্তু নিখিলক অভয়ৰ পছন্দ নহয়। আগেয়ে অসুখে-বিসুখে অভয়ো নিখিলৰ শৰণাগত হৈছিল; কিন্তু আৰতিৰ সম্পৰ্কে বৰ বেছি কৌতূহল দেখুৱাবলৈ ধৰাৰ পিচৰেপৰা অভয় নিখিলৰ ওচৰলৈ নোযোৱা হ'ল। বয়সো আৰতিৰ বয়সৰ দুগুণ। এতিয়াও কাৰ ঘৰৰ ছোৱালীক কেতিয়া বিয়া দিব খবৰ কৰি ফুৰে। অভয়ক বলে নোৱাৰি নিখিলে অভয়ৰ মাক আৰু মধুৰ মাকৰ ওচৰ চাপিছিল। মধুৰ মাকে দুৱাৰ কথাটো উলিয়াইছিলো। কিন্তু অভয়ৰ কাণ তাল মৰা ভেকাহি শুনি নিতাল মাৰিলে। আজিকালি দৰকাৰ হলে অভয়ে অলপ খোজকাঢ়ি টাউন ফাৰ্মাচী বা চৰকাৰী হাস্পাটাললৈ যায়। তাত পাছ কৰা ডাক্তৰ আছে। পাছ কৰা ডাক্তৰ থাকোঁতে কি দৰকাৰ পিঠিত ম'ৰাচৰাইৰ পাখি বান্ধি ম'ৰা চৰাই হবলৈ ইচ্ছা কৰা কাউৰীবোৰৰ ওচৰলৈ যোৱাৰ!—কাইলৈ আৰতিকো এবাৰ চৰকাৰী হাস্পাটাললৈ নি দেখুৱাই আনিবগৈ লাগিব। কিন্তু আৰতি পৰিল কেনেকৈ ? অভয়ে সুধিলে—'তাই পৰিল কেনেকৈ ?' —'যেনেকৈয়ে নপৰক তই মুখ-হাত ধুই মোৰ তাতে এমুঠি শুদাই নিকাই খাই লহি।' মধুৰ মাক উঠি গ'ল।

অভয়ৰ মাত শুনাৰ লগে লগে হৰিপ্ৰসাদৰ মাত সপ্তমত

উঠিছিলগৈ। অভয়ৰ পিনে পিঠি দি বেৰাখনৰ পিনে চাই চাই মাকেও চকুপানী মচিব ধৰিছিল। মুখ-হাতকিখনত লৰালৰিকৈ অলপ পানী মোহাৰি অভয় মধুৰ মাকৰ ঘৰ পালেগৈ।

মধুৰ মাকে ৰান্ধনি ঘৰত পীৰা পাৰি ঠাই অঁতায়েই থৈছিল। অভয় বহাৰ লগে লগে ভাতৰ থালখন আৰু কুঁৰি মাছৰ আঞ্জাৰ বাটিটো দি গ'লহি। অভয়ে ভাতত হাত লগাওঁতেই মধুৰ মাকে ক'লে—'তই মাছৰ মূৰ খাই ভাল পাৱ কাৰণে মূৰটো তোলৈকে থৈ দিছোঁ।'

অথনি কামলৈ যোৱাৰ আগেয়ে মধুৰ মাকক কটু কথা শুনাই যোৱাৰ কথা মনত পৰি অভয়ৰ মনটো সেমেকি উঠিছিল। তলমূৰা হৈ মাছৰ জোলেৰে ভাত সানি সানি অলপ কোমল সুৰত নিৰ্বিকাৰ-ভাৱে সোধাদি অভয়ে সুধিলে—'আৰতিনো পৰিল কেনেকৈ?'

'—ভাতকিটা খাই লচোন—দুখে ভাগৰে আহিছ। ক'ম লাহে লাহে।' আৰতিয়ে কেনেকৈ পৰি দুখ পালে এই সামান্য প্ৰশ্নটো মধুৰ মাকে বাৰে বাৰে এৰাই যাব খোজা দেখি অভয়ৰ কৌতূহল বাঢ়ি আহিছিল। এইবাৰ অলপ খঙো উঠিছিল। একো নামাতি অভয়ে ভাত খাব ধৰিলে।

অলপ আঁতৰতে বহি মধুৰ মাকে অভয়লৈ চাই আছিল। অভয়ে কেইগৰাহমান খোৱাৰ পিচত মধুৰ মাকে উপযাচিয়েই মুখ মেলিলে—বোধকৰোঁ কৌতূহল বঢ়াবলৈ আৰু বেছি দেৰী কৰিলে কথা কোৱাৰ সুবিধা নাপাবও পাৰে বুলি। গল খেকাৰি এটা মাৰি মধুৰ মাকে ক'লে—'তই যিহকেই নকৰ লাগে—ছোৱালীজনী হলে বেয়া হৈছে—বুজিছ অভয়—'

ছোৱালী বেয়া হোৱাৰ অৰ্থ মাথোন একেটাই হব পাৰে। মুখৰ ভাত গৰাহ গিলিবলৈ পাহৰি অভয়ে মধুৰ মাকৰ চকুলৈ চাই ৰ'ল। মধুৰ মাকে কৈ গ'ল—'আজি মাৰেই খঙৰ ভমকত মাৰিছে।'

তেনেহলে আৰু সন্দেহ কি! মাত্ৰ এটা অপৰাধৰ কাৰণেই

মাকে গাভক জীয়েকক তেনেকৈ মাৰিব পাৰে। বিচাৰৰ বায় শুনিবৰ কাৰণে বৈ থকা ফাঁচীৰ আচামীৰ দৰে কঁপা কঁপা মাতেৰে অভয়ে সুধিলে—'তাই কি কৰিছিল?'

'তোৰ তুলিৰ তলৰপৰা বোলে টকা পাঁচটা চুৰ কৰিছিল।'

—অ' পইচা চুৰি। নিশ্চিন্ত মনেৰে অভয়ে গৰাহৰ পিচত গৰাহ তুলি ভাত খাব ধৰিলে। আৰতিয়ে আগেয়েও অভয়ৰ জেপৰপৰা দুই-চাৰি পইচা লৈ যায়। কেতিয়াবা জোৰকৈ—কেতিয়াবা মনে মনে। টেমা এটাত পইচাবোৰ ভৰাই তাইৰ টুকিটাকি বস্তুবোৰ কিনে।—চুলিত বন্ধা ফিটা, স্ন'-পাউদাৰ। কিন্তু তাৰ কাৰণেইনো মাকে এনেকৈ মাৰিব লাগেনে? অৱশ্যে একেলগে পাঁচটাকৈ টকা নিলে মাকৰ খং উঠা স্বাভাৱিক। অভাৱৰ সংসাৰ। আৰতিয়েও বুজা উচিত আছিল।

কিন্তু অভয়ে ইমান নিশ্চিন্ত মনেৰে ভাত খাই থকাটো মধুৰ মাকৰ পছন্দ হোৱা নাছিল। মধুৰ মাকে আকৌ ক'লে—'পইচালৈ লালসা হোৱা ল'ৰা-ছোৱালীৰ কাৰণে ভাল নহয়। মাৰেই কৈছিল আগৰজনীতো পইচাৰ লালসাতে মৰিল। এইজনীয়েও পইচা চিনি পোৱা হ'ল।'

আগৰজনী মানে বায়েক। অভয়ৰ অনুমান হ'ল এটা বিষাক্ত পোকে যেন অভয়ৰ মগজুত কামোৰ মাৰি দিলে। অভয়ৰ ভাবান্তৰ মধুৰ মাকৰ তীক্ষ্ণদৃষ্টিত সহজেই ধৰা পৰি গৈছিল। দৰৱে গুণ দিয়া দেখি উৎসাহিত হৈ মধুৰ মাকে কৈ গ'ল—'সেই কাৰণেই কওঁ, দৰা পালে ছোৱালী বিয়া দিব লাগে। তইঁতে আকৌ কলে বেয়া পাব।'

দৰা মানে নিখিল কম্পাউণ্ডাৰ। এজনীৰ মূৰ খোৱা সেই বুঢ়াটো। ভাতৰ থালতে পানী ঢালি মুখ ধুই অভয় উঠি গ'ল।

## ॥ সাত ॥

ৰাতিপুৱা সোনকালেই অভয় ওলাই গৈছিল। চাকৰি আছে নে নাই সঠিকভাৱে জানি লবলৈ অভয় ব্যগ্ৰ হৈ পৰিছিল।

বিশ্বনাথবাবুৰ চেম্বাৰত ভুমুকি মাৰি চাই অভয়ে দেখিলে কোনো নাই। অভয় অলপ আচৰিত হ'ল। আনদিনা যিমান সোনকালেই নাযাওক বিশ্বনাথবাবুক অভয়ে চেম্বাৰত পায়গৈ। বিশ্বনাথবাবুক চালাম দি অভয় বাৰাণ্ডাতে বহি থাকে। দোতলাৰ শম্ভুনাথৰ কোঠালীৰপৰা উটি আহে ভৈৰবীৰ কোমল সুৰ। ৰঘুৱাই আহি পিচ বাৰাণ্ডালৈ মাতি নিয়ে। মুঢ়া এটা পাৰি পুৰি-তৰকাৰীৰে চাহ দিয়ে। চাহ খাই উঠি গেৰেজৰপৰা গাড়ীখন উলিয়াই জাৰি-জোকাৰি চাইচিতি 'ৰেডি' কৰি ৰাখে। কেতিয়াবা বিশ্বনাথবাবু লুবলৈ টুৰত গলে অৱশ্যে বেলেগ কথা। কিন্তু তেনেকুৱা হলেও অভয়ে আগদিনাখনেই খবৰ পায়।

অভয়ৰ বুকুখন চিৰিংকৈ উঠিল। হয়তোবা কালি ৰাতি অভয়ক কেন্দ্ৰ কৰিয়েই এটা প্ৰচণ্ড ধুমুহা বৈ গৈছিল। সেয়েহে এতিয়া চাৰিওপিনে বিৰাজ কৰিব ধৰিছে প্ৰলয়ৰ পিচত অহাৰ নিচিনা এটা ভৌতিক নীৰৱতা। হয়তোবা মাহীয়েকৰ অপমানত শম্ভুনাথেও মুখ গুজি এচুকত বহি আছে। মাজে মাজে বাঘৰ দৰে জ্বলি উঠিছে বহল চকুহাল। এবাৰ হয়তোবা হাতত বন্দুক লৈ খপহকৈ নামি আহিবও পাৰে। অবোধ্য, খেয়ালী মানুহ। কেতিয়া কি কৰি পেলায় একো ঠিক নাই। দেখাত অতি শান্ত নিৰ্জু মানুহ। কিন্তু আচলতে অতি বদ মেজাজী। এবাৰ বাটেদি গৈ থকা তিৰোতা মানুহ এজনীক বেয়া কথা কোৱা শুনি এহাল ডেকাক শম্ভুনাথে নিষ্ঠুৰভাৱে মৰিওৱা অভয়ে নিজ চকুৰে দেখিছিল। অভয় নথকা

হলে হয়তোবা মাৰিয়েই পেলালেহেঁতেন। মানুহটোৰ গাতো বনৰীয়া ম'হৰ দৰে শক্তি আছে। অভয়ো আজি নহা হলেই ভাল আছিল। গা ভাল নহয় বুলি কাৰোবাৰ আগত খবৰ এটা পঠিয়াই দিয়া হলেই লেঠা মৰি গ'লহেঁতেন! এতিয়াও কাৰোবাৰ আগত তেনেকুৱা খবৰ এটা ভিতৰলৈ পঠিয়াই দি আঁতৰিব পৰা যায় নেকি বুলি ইফালে সিফালে চাওঁতেই অভয়ৰ চকুত পৰিল ৰঘুৱা সোমাই আহিছে। কি কওঁ কি নকওঁ বুলি ভাবি-চিন্তি থাকোঁতেই ৰঘুৱাই ক'লে—'বৰদাদাই আপোনাক 'ৰেডি' হৈ ৰবলৈ কৈছে।'

বৰদাদা মানে শম্ভুনাথ। কিন্তু ৰাতিপুৱাই শম্ভুনাথে আগে-পিচে এনেকুৱা ধৰণৰ হুকুম দিয়া অভয়ৰ মনত নপৰে। বিশেষকৈ বিশ্বনাথবাবু ঘৰত থকা অৱস্থাত। বিশ্বনাথবাবুও আজি চেম্বাৰত বহাহি নাই। বাহিৰলৈ গৈছে নেকি? কিন্তু কালি ৰাতিও তো আছিল! ইমান ৰাতিপুৱাই গ'লনে? ৰেডি হৈ লোৱা মানে চাহ-জলপান খাই মটৰখন গেৰেজৰপৰা উলিয়াই জাৰি-জোকাৰি ঠিক কৰা। অৱশ্যে ৰেডি হৈ ৰবলৈ হুকুম আহিছে যেতিয়া এতিয়াও নিশ্চয় চাকৰি যোৱা নাই। কিন্তু হুকুমটো কিয় বিশ্বনাথবাবুৰপৰা নাহি শম্ভুনাথৰপৰা আহিল? নে ৰেডি হোৱা মানে চাকৰিৰপৰা যাবলৈহে ৰেডি হবলৈ কৈছে?

'—বাবুজী আজি নাই নেকি?' অভয়ে ভয়ে ভয়ে সুধিলে। অলপ ইতস্ততঃ কৰি ইফালে সিফালে চাই ৰঘুৱাই ক'লে—'আচ্ছা কম চৰ কথা—চাহ খাই লওক।'

ৰঘুৱাৰ ভাব-ভঙ্গী দেখি অভয়ৰ অনুমান হ'ল যেন অভয়ৰ বিৰুদ্ধে চলা এটা গোপন ষড়যন্ত্ৰৰ কথা ৰঘুৱাই কব খুজিছে। অভয়ে কি কব কি নকব ভাবি-চিন্তি থাকোঁতেই ৰঘুৱাই আকৌ এবাৰ সন্ত্ৰস্তভাবে ইফালে সিফালে চাই ফুচফুচাই ক'লে—'কালি ৰাতিৰেপৰা বাবুৱানী নাই।'

'—বাবুৱানী নাই?'

'শেষ ৰাতিৰেপৰা বিচাৰি পোৱা নাই।'

ৰঘুৱাই চমুকৈ যি জানে অভয়ক ক'লে। কালি ৰাতি বাবুজীৰ লগত কিবা কথা লৈ বাবুৰানীৰ তৰ্ক লাগিছিল। কি কথা লৈ তৰ্ক লাগিছিল ৰঘুৱাই ভালকৈ ধৰিব নোৱাৰিলে। কিন্তু শেষৰ পিনে বাবুৰানীয়ে কন্দা শুনিছিল। শেষ ৰাতি বাবুজীয়ে গম পালে— বাবুৰানী পলাইছে। ৰঘুৱাৰ শোৱা কোঠালীত কলিং বেল আছে। চুইচ আছে বাবুজীৰ কোঠালীত। কলিং বেল টিপি বাবুজীয়ে ৰঘুৱাক জগালে। প্ৰথমে ঘৰৰ কাকো খবৰ দিয়া নাছিল। টৰ্চ জ্বলাই কম্পাউণ্ডৰ চাৰিওপিনে ৰঘুৱাই বিচাৰিলে। এনেকি কুঁৱাটোতো বাঁহ পেলাই চালে। অৱশেষত সূত্ৰ বিচাৰি পালে বাবুজীৰ শোৱা কোঠালীতেই। এখন সৰু কাগজত বাবুৰানীয়ে এখন চিঠি লিখি থৈ গৈছিল। চিঠিখন পঢ়ি টুকুৰা-টুকুৰকৈ ফালি জুইশলা কাঠি মাৰি জ্বলাই দি ভালেমানপৰ বাবুজী থৰ হৈ বহি আছিল। তাৰ পিচত এবাৰ গাকত মূৰটো দি শুই পৰিল। ৰঘুৱাই প্ৰথমে শুই পৰা বুলিয়েই ভাবিছিল। কিন্তু কেইবাবাৰো মাতিও মাত নাপাই শম্ভুনাথক জগালে। শম্ভুনাথ লৰি অহাদি আহিল। বাবুজীৰ বিছনাত বহি কপালত হাত দি চালে। নাড়ী চালে। বাবা বাবাকৈ ডুবাৰমান মাতিও মাত নাপাই ডাক্তৰ চাহাবলৈ ফোন কৰিলে। ঘৰৰ বাকী চাকৰ-নাকৰবোৰো উঠিল। মাত্ৰ দুৱাৰত বহুপৰ ঢকিয়াইও তুলিব নোৱাৰিলে ছোটদাদা চন্দ্ৰনাথক। মদ খাই বেহুচ হৈ পৰি আছিল। পিচত যেতিয়া সাৰ পালে সবিশেষ শুনি ভিতৰৰ-পৰা চন্দ্ৰনাথে ক'লে—"যা যা, বুঢ়াৰ বহুত বয়স হৈছে। মানুহ কি চিৰদিন বাচি থাকে নেকি!"

ফোন পায়েই ডাক্তৰ চাহাব আহিছিল। অলপ আগেয়ে ওলাই গৈছে। ডাক্তৰ চাহাবে হেনো কৈ গৈছে—আগৰেপৰাই বাবুজীৰ ব্লাডপ্ৰেছাৰ আছিল। ৰঘুৱাই আৰু কিবা-কিবি ভালেমান বলকি গৈছিল। কিন্তু অভয়ৰ কাণত সোমোৱা নাছিল।

অভয়ে মাথোন ভাবিব ধৰিছিল আগৰাতি কি কথা লৈ বাক বাবুজীৰ লগত বাবুৱানীৰ কাজিয়া লাগিছিল? কাজিয়াখন অভয়ক কেন্দ্ৰ কৰিয়েই হোৱা নাছিলেতো?

চাহ খাই উঠি গেৰেজৰপৰা গাড়ীখন উলিয়াওঁতেই অভয়ৰ চকুত পৰিল শম্ভুনাথ দোতলাৰপৰা নামি আহিছে। সাজ-পাৰত শম্ভুনাথ কোনোদিনেই পৰিপাটি নাছিল। কিন্তু আজি দীঘল অবিন্যস্ত চুলিকোছা আৰু বহল ৰঙা চকুযোৰেৰে সৈতে বিশালদেহী শম্ভুনাথক কিবা ভয়াবহ প্ৰাগ্‌ঐতিহাসিক যুগৰ প্ৰাণী যেন লাগিছিল।

ওচৰ চাপি অহা দেখি মটৰৰ দুৱাৰখন খুলি দি অভয়ে একাষে সসম্ভ্ৰমে থিয় হৈ ৰ'ল। ভিতৰত ঘপকৈ বহি পৰি শম্ভুনাথে ক'লে— 'পুলিচ থানা।'

গোটেই বাটছোৱাত শম্ভুনাথে এষাৰো কথা নকলে। ছাইড গ্লাছত অভয়ে দেখিছিল—শম্ভুনাথ নিশ্চল-নিস্পন্দ শিলৰ মূৰ্তিৰ দৰে বহি আছে।

থানাৰ সমুখত মটৰ ৰখাই শম্ভুনাথ থানাৰ ভিতৰলৈ সোমাই গ'ল। মটৰখনৰ ওচৰতে থিয় হৈ এটাৰ পিচত এটাকৈ দুই-তিনিটামান বিড়ি হুপি শেষ কৰাৰ পিচত অভয়ে দেখিলে এজন ডেকা দাৰোগাৰ সৈতে শম্ভুনাথ ওলাই আহিছে। অভয়ে সসম্ভ্ৰমে মটৰৰ দুৱাৰ খুলি দিলে। ডেকা দাৰোগাজনে ক'লে—"আপুনি নিশ্চিন্ত হৈ থাকক। তেখেত ৰাতিপুৱাৰ গাড়ীত মাকৰ ঘৰলৈকে গৈছে। আপুনি গধূলি তেখেতৰ ঘৰলৈ ফোন কৰিলেই গম পাব। যদি একো খবৰ নাপায় তেতিয়া জনাব। নহলে মিছাতে পুলিচৰ খাটাত নামটো ভৰাই লোৱাৰ দৰকাৰ কি।"

একো নামাতি শম্ভুনাথ গাড়ীৰ ভিতৰত বহিলহি। দাৰোগাৰ আশ্বাস-বাণীত শম্ভুনাথ বৰ বেছি পতিয়ন যাব পৰা নাই বুলি অভয়ৰ দৰে দাৰোগাবাবুৱেও বোধকৰোঁ বুজিছিল। হাত দাঙি

বিদায় সম্ভাষণ জনাই দাৰোগাজনে আকৌ কলে—"ভয় নকৰিব। মোৰ অনুমান কেতিয়াও ভুল হব নোৱাৰে।"

তাৰ পিচত ডাক্তৰ চাহাবৰ বঙলা। ডাক্তৰ চাহাবৰ লগত অলপপৰ কথা-বতৰা পাতি শম্ভুনাথ ওলাই আহিল। ফাৰ্মাচী এখনত সোমাই কিবা-কিবি কিছুমান দৰব আৰু এজন কম্পাউণ্ডাৰ লগত লৈ আকৌ গাড়ীত উঠিলহি।

শম্ভুনাথৰ হাতত দৰব-জাতিবোৰ দেখি অভয়ৰ খপকৈ মনত পৰি গৈছিল আৰতিৰ কথা। আৰতিকো এবাৰ ফাৰ্মাচী বা হাস্পটাললৈ আনি দেখুৱাব পৰা হলে বেয়া নাছিল। কিন্তু লগে লগে আকৌ অভয়ৰ মনত পৰি গ'ল মধুৰ মাকে কোৱা কথাষাৰ। পইচালৈ লালসা হোৱা ল'ৰা-ছোৱালীৰ কাৰণে ভাল নহয়। আগৰজনীতো পইচাৰ লালসাতেই মৰিল! অভয়ৰ বাপেকে চিঞৰিছিল—আগৰহাল যেনি যাব পিচৰ হালো তেনি যাবই। আৰতিৰো পইচালৈ লালসা হৈছে। উঁই চিৰিঙাৰ পাখি গজাৰ দৰে পাখি গজিছে। মৰক। বায়েকৰ দৰে মৰাতকৈ বেমাৰত মৰাই ভাল।

বিশ্বনাথবাবুৰ ঘৰ পাবলৈ অলপ দূৰ থাকোঁতেই অভয়ৰ চকুত পৰিল সমুখৰ চোতালখন নানান মডেলৰ গাড়ীৰে ভৰি পৰিছে। গেট খুলিবলৈ গাড়ীখন ৰখাওঁতেই কাণত পৰিল ড্ৰইংৰুমৰ পৰা এটা গুমগুমনি শব্দ আহিব ধৰিছে। বহু মানুহে একেলগে কথা কলে হোৱা শব্দ। গাড়ীখন ৰোৱা দেখি ভিতৰৰপৰা লগুৱা ল'ৰা এটা লৰ মাৰি ওলাই আহিছিল। ঘপকৈ গাড়ীৰপৰা নামি উদ্বিগ্নভাবে শম্ভুনাথে সুধিলে।

'—বাবুজী কেনে আছে?'

'—আগৰদৰেই আছে।'

ঔষধৰ টোপোলাটো লগুৱা ল'ৰাটোৰ হাতত দি শম্ভুনাথে কোঁকোৱাই ড্ৰইংৰুমৰ পিনে খোজ ললে।

অভয়ে গাড়ীখন মন্থৰ গতিত কম্পাউণ্ডৰ ভিতৰলৈ সুমুৱাই

নিলে। শম্ভুনাথ গৈ ভুইংকমত সোমোৱাৰ লগে লগে ড্ৰুইংকমৰপৰা অহা গুম্‌গুমনি শব্দটো বন্ধ হৈ গৈছিল। অলপ পিচতে জাকে জাকে মানুহ ওলাই আহি অপেক্ষাৰত মটৰবোৰত উঠিলহি। অভয়ে দেখিলে বেছিভাগ মানুহেই দেশনেতাৰ ইউনিফৰ্ম পিন্ধা। দুই-এজন ব্যৱসায়ী মানুহো নথকা নহয়। কম্পাউণ্ডত দহ-বাৰখনমান গাড়ী বৈ আছিল। প্ৰায় একেলগে ষ্টাৰ্ট দি বিৰাট গৰ্জনেৰে কম্পাউণ্ড কঁপাই গাড়ীকিখন ওলাই গ'ল।

গাড়ীকিখন ওলাই যোৱাৰ পিচত গেট বন্ধ কৰি ৰঘুৰাই অকলে অকলে বকি আছিছিল—'চালা, বেমাৰত নমৰিলেও এই চবেই মানুহ মাৰিব।'

অভয়ে কি হ'ল বুলি সোধাত খোঁচ খোৱা কুকুৰৰ দৰে দাঁত-মুখ নিকটাই ৰঘুৰাই কৈ উঠিল—'কি হব আৰু; চালাইঁতক মেনেজাৰ-বাবুৱে ইমান কলে ডাক্তৰ চাহাবে বাবুজীক আৰামত থাকিবলৈ কৈছে, প্ৰত্যেকটোৱেই চালা বাবুজীৰ ওচৰলৈ যাব খোজে। আৰে বেটা, তইঁত ডাক্তৰ নে কবিৰাজ। তাত গৈ কি কৰিবিগৈ?'

'—বন্ধু মানুহ! খবৰ কৰিবলৈ আহিছে।' অলপ নিৰ্লিপ্ত-ভাৱে কোৱাৰ দৰে ক'লে।

'—আৰে বন্ধু মানুহ!' ৰঘুৰাই দাং খাই উঠাদি উঠিল।

'—আচল কথা বাবুজীৰ হাতত বহুত ভোট আছে নহয়। সেই কাৰণেই বেটাইঁত দৰদত গলি গৈছে।'

কথাষাৰ মিছা নহয় বুলি অভয়েও জানে। একো নামাতি অভয়ে গাড়ীখনৰ আঁৰ লৈ বিড়ি এটা জ্বলালে। ৰঘুৰাই কৈ গ'ল—'আৰু বেটাইঁতৰ আকেল। বেমাৰীৰ খবৰ কৰিবলৈ আহি ভোটৰ কথা বাহিৰ কৰিবলৈ হৈ-চৈ লগাই দিছে। বৰদাদা নহা হলেতো চালাইঁতে চাৰাদিন চিঞৰি থাকিলেহেঁতেন।'

'—বৰদাদাই মানুহবোৰক ধমকা-ধমকি কৰিলে নেকি?' অলপ কৌতূহলিতভাৱে অভয়ে সুধিলে।

'—ঠিক ধমকা-ধমকি কৰা নাই। কিন্তু আচ্ছা কথা শুনাই দিলে। ৰৰদাদাক দেখি তিনি-চাৰিটামানে একেলগে সুধিলে— বাবুজী কেনে আছে। ৰৰদাদাই কলে—আপোনালোকেতো দেখিছেই মই ঘৰত নাছিলোঁ—এইমাত্র আহিলোঁ। কেনে আছ কব নোৱাৰোঁ। কিন্তু এইবোৰ বেমাৰ নিৰিবিলিত থাকিলে কমে। হৈ-চৈ গোলমাল হলে বাঢ়ে। বচ্! চব বেতখোৱা কুকুৰৰ দৰে নেজ পেলাই লৰ ধৰিলে। ৰৰদাদাক এই মানুহ চবে খুব ভয় কৰে। খুব বেয়াও পায়।

• ৰাতি আঠমান বজালৈকে অভয় আগফালৰ খট্‌খটিতে বহি ৰ'ল। মাজতে এবাৰ ভাত আৰু এবাৰ চাহ খাবলৈ লগুৱা এটাই ভিতৰলৈ মাতি নিছিল। এবাৰ ফাৰ্মাচীলৈ গৈছিল। ডাক্তৰ চাহাবকো এবাৰ অনা-নিয়া কৰিলে। গোটেই দিনটো খবৰ কৰিবলৈ অহা মানুহৰ সোঁত বব ধৰিলে। শম্ভুনাথৰ কথামতে অফিচৰ কাম বন্ধ কৰি খবৰ কৰিবলৈ অহা মানুহক খবৰ দিবলৈ মেনেজাৰে আগ-চোতালৰ কৃষ্ণচূড়া জোপাৰ তলতে চকী এখন পাৰি বহি ৰ'ল—যাতে মানুহবোৰ ঘৰৰ ভিতৰলৈ সোমাব নোৱাৰে। ফোনেৰেও কোনোবাই খবৰ কৰিছিল। ফোনটাও বাহিৰলৈ উলিয়াই আনিলে। ৰঘুৱাই মাজে মাজে অভয়ক বিশ্বনাথবাবুৰ খবৰ দি যাব ধৰিলে।—বাবুজীৰ টোপনি আহিছে—।—অলপ পানী খাইছে।—ডাক্তৰ চাহাবে কৈছে—বৰ্তমানে আৰু ভয় নাই। গধূলি এবাৰ খবৰ দি গ'লহি— শম্ভুনাথে বাবুৱানীৰ ঘৰলৈ ফোন বুক কৰিছে। অভয়ৰ বুকুখন আকৌ চিৰিংকৈ যোৱা যেন লাগিল। শম্ভুনাথে যিহকে নাভাবক অথনি দাৰোগাজনে কোৱা কথাষাৰকেই সঁচা যেন লাগিছে। বাবুৱানী নিশ্চয় বাতিপুৱাৰ ৰেলত মাকৰ ঘৰলৈকে গুচি গৈছে। কিন্তু ফোনত বাবুৱানীয়ে বা কি কয়। যদি কয়—যাৰ ঘৰত এনেকুৱা লম্পট ড্ৰাইভাৰ থাকে তাৰ ঘৰত মই থাকিব নোৱাৰোঁ। আকৌ একোবাৰ অভয়ে নিজকে সান্ত্বনা দিবলৈ চেষ্টা কৰিলে—নিশ্চয় আন কিবা

কাজিয়া কৰিহে বাবুৱানী গুচি গৈছে। ভাইভাব এটাৰ কথা লৈ কাজিয়া কৰি মানুহ এনেকৈ গুচি নাযায়।

অলপ পিচতে বহুৱাই আকৌ খবৰ দি গ'লহি—ফোন আহিছে। বাবুৱানী মাকৰ ঘৰলৈ যোৱা নাই। শম্ভুনাথে থানালৈ ফোন কৰিছে।

॥ আঠ ॥

বিশ্বনাথবাবু অলপ ভালৰ পিনলৈ আহিছে। কিন্তু বিছনা এৰিব পৰা নাই। শৰীৰৰ একাল অৱশ হৈ গৈছে। ডাক্তৰে সন্দেহ কৰিছে পেৰেলিছিছ হোৱা বুলি। কিন্তু ভয়ৰ কাৰণ নাই। পেৰেলিছিছ হলেও সহজে আন ধৰণৰ কিবা বিপদ ঘটাৰ সম্ভাৱনা নাই। তুখৰ মাজতো সকলোৱে এটা স্বস্তিৰ নিশ্বাস পেলাইছে। কিন্তু নিশ্চিন্ত হব পৰা নাই সৰু পুতেক চন্দ্ৰনাথ।

বিশ্বনাথবাবু অসুখত পৰাৰ পিচত পুৰা এটা দিন চন্দ্ৰনাথ নিজৰ কোঠালীতে সোমাই থাকিল। চন্দ্ৰনাথৰ মেজাজ ভাল নাছিল। আগদিনাখন এজন বন্ধুৰ আগত সেই ছোৱালীজনীৰ কথা উলিয়াইছিল। বন্ধুৱেও অৱশ্যে ছোৱালীজনী দেখা নাছিল। কিন্তু স্কুলত পঢ়ে বুলি শুনি বন্ধুজনে ঠাট্টা কৰি চন্দ্ৰনাথক কৈছিল—'আৰে বাবা, সেইবোৰ আশা এৰ। এইবোৰ পঢ়াশুনা কৰা ভদ্ৰলোকৰ ছোৱালী। পানৱালী বিড়িৱালী নহয় যে নোট এখন জোকাৰি দেখুৱালেই লৰ মাৰি আহিব। তাতে তোৰ যি পকা বঙালাওটোৰ দৰে চেহেৰা—।'

চন্দ্ৰনাথে প্ৰতিজ্ঞা কৰিছিল যিমান টকাই খৰচ নহওঁক, সেই ছোৱালীজনীক এৰাতিৰ কাৰণে আনি হলেও চন্দ্ৰনাথে বন্ধুৰ মুখত চূণ দিহে এৰিব। বিশ্বনাথবাবু অসুখত পৰিবৰ দিনা চন্দ্ৰনাথে বটলৰ পিচত বটল শেষ কৰি এটাৰ পিচত এটা কাৰ্য্যপন্থাৰ কথা ভাবিব

ধৰিছিল। বাপেকৰ অসুখৰ খবৰ দিবলৈ আহি দিনৰ বেলিকাত চন্দ্ৰনাথৰ বিশ্বস্ত লগুৱা ভোলাই তিনি-চাৰিবাৰ ধমকি খাই উভতি গৈছিল। কিন্তু ভোলাৰ প্ৰভুভক্তি আদৰ্শনীয়। বিশ্বনাথবাবুৰ অসুখ, বাবুৱানীৰ অন্তৰ্দ্ধান আৰু বিশেষকৈ শম্ভুনাথৰ তৎপৰতা ভোলাৰ ভাল লগা নাছিল। পিচদিনা ৰাতিপুৱা বে'ড-টি দিওঁতে ভোলাই তাৰ বক্তব্য পে'চ কৰিলে। হঠাতে চন্দ্ৰনাথৰ গোলাপী নিচা ফাটি গ'ল। ঠিকেইতো, যি শম্ভুনাথে দেৱাসন তল গলেও গম নাপায়, বাপেক মৰিবলৈ ওলোৱা দেখি হঠাতে ইমান পিতৃভক্ত হৈ উঠিল কেলৈ? নিশ্চয় শম্ভুনাথে গোটেই সা-সম্পত্তি বাপেকৰ হতুৱাই নিজৰ নামত লিখাই লব খুজিছে। চন্দ্ৰনাথে প্ৰথমে বাপেকৰ বাকচৰপৰা ৰিভলভাৰটো উলিয়াই শম্ভুনাথক খতম কৰি দিয়াৰ কথাকে ভাবিছিল। কিন্তু ভোলাই মনত পেলাই দিলে এনেকুৱা অৱস্থাত উকীলৰ শৰণ লোৱাই ভাল।

মুখ-হাত ধুই চন্দ্ৰনাথে জীপখন লৈ ওলাই গ'ল। কিন্তু যায় কোন উকীলৰ ওচৰলৈ? ফুকন চাহাব ডাঙৰ উকীল। ফুকনৰ জহতেই চন্দ্ৰনাথে কেবাবাৰো জেল খোৱাৰ পৰা সাৰি গৈছে। কিন্তু বেটা হ'ল বিশ্বনাথৰ মহাভক্ত। তাৰ ওচৰলৈ যোৱা ঠিক নহব। কিবা গুহ নামৰ বঙালী উকীল এটাকো চন্দ্ৰনাথে অলপ-অচৰপ চিনি পায়। কিন্তু বৰকৈ মাছ খায় কাৰণেই নেকি চালাৰ যি মেকুৰীৰ দৰে চেহেৰা, দেখিলে চন্দ্ৰনাথৰ ওচৰলৈ টকা বিচাৰি অহা বন্ধুকিটাকেই তাতকৈ বেছি বিশ্বাসযোগ্য যেন লাগে। কলৈ যাওঁ কি কৰোঁ ভাবি-গুণি থাকোঁতেই চন্দ্ৰনাথৰ মনত পৰিল হৰিলাললৈ। হৰিলাল উকীলৰ মহৰী। চন্দ্ৰনাথৰ পুৰণি চিনাকি আৰু বন্ধু মানুহ। সিও অৱশ্যে বৰ সুবিধাৰ মানুহ নহয়। কিন্তু এনেকুৱা অৱস্থাত জনা-বুজা মানুহ এটাৰ দিহা-পৰামৰ্শ লোৱা বেয়া নহয়। হৰিলালৰ ঘৰ বুলি চন্দ্ৰনাথে জীপৰ স্পীড্ বঢ়াই দিলে।

চন্দ্ৰনাথ সাধাৰণতে কাৰো ঘৰলৈ নাযায়। আগেয়ে গৈছিল।

কিন্তু চন্দ্ৰনাথ ঘৰলৈ অহা দেখিলে মুখেৰে একো নকলেও বন্ধু-বান্ধৱইঁতৰ মাক-বাপেকইঁতৰ মুখকিখন গহীন হৈ পৰে। অৱশ্যে চন্দ্ৰনাথ যোৱাৰ প্ৰয়োজনো নহয়। বন্ধু-বান্ধৱবোৰেই চন্দ্ৰনাথৰ ঘৰলৈ পকৱাৰ শাৰীৰ দৰে লানি নিছিগাকৈ আহি থাকে।

কোনোদিনে নহা মানুহ ঘৰলৈ অহা দেখি হৰিলালে চন্দ্ৰনাথক আথে-বেথে ভিতৰলৈ মাতি নি বহুৱালে। এগিলাচ বিলাতী পানী আৰু ভজামাছ ছুটুকুৰাৰে অতিথি সৎকাৰ কৰি হৰিলালে চন্দ্ৰনাথৰ আগমণৰ উদ্দেশ্য সম্পৰ্কে জানিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। মাছ ভজা চোবাই চোবাই আৰু মাজে মাজে বিলাতী পানীৰে ডিঙিটো তিয়াই তিয়াই চন্দ্ৰনাথে নিজৰ বিপদৰ কথা কৈ গ'ল।

আদ্যোপান্ত শুনি খুব বিজ্ঞজনৰ দৰে কিছুপৰ চিন্তা কৰি হৰিলালে স্বীকাৰ কৰিলে বিষয়টো অলপ চিন্তা কৰিবলগীয়া ধৰণৰেই। হৰিলালেও কালি শম্ভুনাথক ফুকন উকীলৰ ঘৰৰ পিনৰ-পৰা অহা দেখিছিল। যদি উইল কৰি পেলাইছে অলপ অসুবিধা হব। কিন্তু চিন্তাৰ কাৰণ নাই। হৰিলালৰ উকীল ধীৰাজবাবু খুব কামৰ মানুহ। কিমান উইল নাকচ কৰাই পেলাইছে তাৰ হিচাপ হৰিলালেও নাজানে। ফুকন? আৰে ছিঃ ছিঃ, ফুকন হ'ল ফৌজদাৰী উকীল। ফুকনৰ হতুৱাই যদি উইল কৰাইছে নিশ্চয় কিবা খুঁত ৰৈ গৈছে। খুবসম্ভৱ ফুকনৰ হতুৱায়েই উইলখন কৰাইছে। গতিকে এই অৱস্থাত ফুকনৰ ওচৰলৈ যোৱাৰ প্ৰশ্ন নুঠে। ফুকনৰ হতুৱাই উইলখন নকৰালেও চিন্তা নাই। দেৱানী কেচত ধীৰাজবাবুৰ লগত পাল্লা দিব পৰা উকীল টাউনত আৰু নাই। নতুন মানুহ। সেই কাৰণে এতিয়াও গা কৰি উঠিব পৰা নাই। কিন্তু হৰিলালে বে'ট মাৰি কব পাৰে এদিন আসামৰ চব উকীলক ধীৰাজবাবুৱে বিট কৰিব।—কনচাল্টিং ফীজ এটা অৱশ্যে এতিয়াই দিব লাগিব। সম্পত্তিৰ দাম লৈ কথা। বিশ্বনাথবাবুৰ নগদ টকা আৰু সা-সম্পত্তি কিমান হব?

বাক পঞ্চাশ লাখ বুলিয়েই কব। আচল কথাটো কলে ফিজো বেছি হব। পঞ্চাশ লাখ হলে কনচাল্টিং ফিজো হব পাঁচশ। অৱশ্যে হৰিলালে ধৰি-মেলি তিনিশমানতে ধীৰাজবাবুক ৰাজী কৰাব পাৰিব।

তিনিশ টকা বুলি শুনি চন্দ্ৰনাথ অলপ বিপাঙতেই পৰিল। বুঢ়া বেমাৰত পৰি আছে। হাত খৰচৰ বাবে দিয়া টকা চালি-জাৰি চালেও এশ টকাৰ বেছি বৰ্তমানে চন্দ্ৰনাথৰ হাতত নোলাব। চন্দ্ৰনাথে এবাৰ ভাবিলে, হৰিলালক কব বাপেকৰ সা-সম্পত্তিৰ মূল্য দহ লাখৰ বেছি নহব। তেতিয়াহলে কিজানি এশমান টকাতেই হয়। কিন্তু ইতিমধ্যে গিলাচত আৰু অলপ বিলাতী পানী ঢালি দিবলৈ আহোঁতে হৰিলালে ঘৈণীয়েকৰ লগত চিনাকি কৰি দিলেই—আমাৰ চন্দ্ৰনাথবাবু! প্ৰায় ষাঠি-সত্তৰ লাখ টকাৰ মালিক। পাছে সম্পত্তি লৈ অলপ গোলমাল লাগিছে।—বিয়া কৰাই নহলেও পলুৱাই অনা ধুনীয়া গাভৰু ছোৱালী।—চকুত প্ৰশ্ৰয়ৰ অৰ্থপূৰ্ণ বেঁকা চাৱনি। নিজকে সৰু কৰি দেখুৱাবলৈ চন্দ্ৰনাথৰ ভাল নালাগিল। তাতে দুগিলাচ বিলাতী পানীয়ে চন্দ্ৰনাথৰ মগজুত ক্ৰিয়া আৰম্ভ কৰিছিলেই। চন্দ্ৰনাথে হাতৰ আঙঠিকিটালৈ চালে। হীৰা, ইন্দ্ৰনীল আৰু পদ্মৰাগমণিৰে বন্ধোৱা তিনিটা আঙঠি। প্ৰায় আঢ়ৈ হাজাৰ টকা পৰিছিল। মাকে দি যোৱা আঙঠি। কুচ্ পৰোৱা নাই। বেটীয়ে আঙঠি দি যাব পাৰিলে সম্পত্তিখিনিৰ এটা ব্যৱস্থা কৰি যাব নোৱাৰিলে। ইয়াৰে আঙঠি এটা বেচি দিলে কমেও সাত-আঠশ টকা পোৱা যাব। গিলাচটোত শেষ সোহা এটা মাৰি চন্দ্ৰনাথে কলে—'ঠিক আছে। ব'লা উকীলৰ ঘৰলৈ।'

এখন সোণাৰীৰ দোকানৰ আগত জীপখন ৰখাই চন্দ্ৰনাথে আঙঠিকিটা দেখুৱালেগৈ। কিন্তু সোণাৰীয়ে চন্দ্ৰনাথতকৈও বাপেক বিশ্বনাথক বেছি ভালকৈ চিনি পায়। নগদ টকা হাতত নাই বুলি সোণাৰীয়ে চন্দ্ৰনাথক ওভতাই পঠিয়ালে। হৰিলালে চন্দ্ৰনাথৰ অসুবিধাটো বুজি পাই হৰিলালৰ চিনাকি সোণাৰী এটাৰ ওচৰলৈ

চন্দ্ৰনাথক লৈ গ'ল। আতুৰত পৰা মানুহৰ আদালতৰ খৰচৰ বাবে আ-অলঙ্কাৰ হৰিলালে এইখন দোকানতেই সস্তাতে বিক্ৰী কৰায়। লাভৰ অংশ হৰিলালেও পায়।

চন্দ্ৰনাথৰ তৃৰীয় অৱস্থা দেখি আৰু হৰিলালৰ টিপ পাই সোণাৰীয়ে এটা আঙঠিত তুশতকৈ বেছি দিবলৈ ৰাজী নহ'ল। চন্দ্ৰনাথে বুজি নোপোৱা ধৰণৰ কেতবোৰ পৰীক্ষা-নিৰীক্ষা কৰি সোণাৰীয়ে হেনো পাইছিল পাথৰকিটা একেবাৰে নকল নহলেও একেবাৰে খাঁটি বস্তুও নহয়। অৱশ্যে হৰিলালৰ বন্ধু বুলি তিনিটা আঙঠিৰ বাবে এহেজাৰ টকা সোণাৰীয়ে দিব পাৰে। বিনা-বাক্যব্যয়ে টকা এহেজাৰ লৈ চন্দ্ৰনাথে জেপত ভৰালে।

বাটতে এজন বন্ধু মহৰীৰ ঘৰত চন্দ্ৰনাথক আৰু এগিলাচ খুৱাই লৈ হৰিলাল উকীলৰ ঘৰ ওলালগৈ। সেইদিনা দেওবাৰ আছিল। উকীলক ঘৰতে পোৱা গ'ল। টকা পাঁচশ কনচাল্টিং ফীজ লৈ উকীলে মোকৰ্দমাটোৰ সবিশেষ বাতৰি ললে। চন্দ্ৰনাথৰ তেতিয়া কথা কব পৰা অৱস্থা নাছিল। হৰিলালেই কেচটো বুজাই দিবলগীয়া হৈছিল। কেচটোৰ মূল কথাখিনি এক মিনিটতে কৈ শেষ কৰিলেও হৰিলালে চন্দ্ৰনাথৰ বাপেক বিশ্বনাথ আৰু শম্ভুনাথক এঘণ্টামান গালি পাৰিলে। শুনি চন্দ্ৰনাথ খুব খুচী হৈ গ'ল।

উকীলৰ ঘৰৰপৰা নিৰ্ভয়-বাণী লৈ চন্দ্ৰনাথ বাৰমান বজাত উভতিল। হৰিলালক ঘৰত নমাই থৈ কিছুদূৰ আহিয়েই চন্দ্ৰনাথে দেখিলে মইনা অকলশৰে গৈ আছে। এনেকুৱা উৎকণ্ঠা-ভৰা মুহূৰ্তবোৰত চিনাকি বন্ধু মানুহ এজন ওচৰত পালে ভাল লাগে।

জীপখন ৰখাই মইনাক তুলি ললে। মইনাই সুধিলে—'ক'ৰপৰা আহিলি?'

'—নকৰি আৰু। বুঢ়া মৰিবলৈ ওলাইছে। আমাৰ শম্ভুনাথে বুঢ়াক তেল দি গোটেই ষাঠি-সত্তৰ লাখ টকাৰ সম্পত্তিকে হাত

কৰাৰ মতলব আছিল। উকীলৰ ঘৰলৈ গৈছিলোঁ। বেটাই যাতে এক পইচাও নাপায় তাৰে ব্যৱস্থা কৰি আহিলোঁ।'

চন্দ্ৰনাথৰ বাপেক মৰিবলৈ ওলাইছে। সেইটো অৱশ্যে মইনাৰ কাৰণেও ডাঙৰ খবৰ নহয়। কিন্তু ষাঠি-সত্তৰ লাখ টকাৰ সম্পত্তি! এখন ফিল্ম কৰিবলৈ বাৰু কিমান টকা লাগিব? বিশ হাজাৰ—খুব বেছি ত্ৰিশ হাজাৰ টকা। নাই, এতিয়াৰেপৰা চন্দ্ৰনাথক ভালকৈ 'তোৱাজ' কৰাৰ দৰকাৰ। মইনাই এবাৰ ঘপকৈ সুধি পেলালে— 'সেই ছোৱালীজনীৰ কিবা ব্যৱস্থা হ'লনে?'

'—নাই অ'। একো হোৱা নাই। মই হলে একদম মৰি গৈছোঁ। ৰাতি শুবই নোৱাৰোঁ।'

আইন-আদালতৰ শুকান জগতখনৰপৰা চন্দ্ৰনাথ আকৌ ৰসাল জগতখনলৈ নামি আহিল।

'—তই বাৰু মোক এদিনাখন দেখুৱাই দিবিচোন।' মাতব্বৰীৰ সুৰত মইনাই ক'লে।

'—তই কিবা ব্যৱস্থা কৰিব পাৰিবি নেকি?' ব্যগ্ৰভাৱে চন্দ্ৰনাথে সুধিলে।

'—চেষ্টা কৰি চাওঁ।' গম্ভীৰ ভাৱেৰে মইনাই উত্তৰ দিলে।

'—আজিতো দেওবাৰ। স্কুল-কলেজ বন্ধ। কাইলৈ আহিবি। দেখুৱাই দিম।'

কিন্তু পিচদিনালৈ অপেক্ষা কৰিবৰ প্ৰয়োজন নহ'ল। এঠাইত হঠাতে জীপৰ স্পীড কমাই দি চন্দ্ৰনাথে কলে—'সৌজনী চা বিস্নাত আহিব ধৰিছে। লগত কিজানি সেইজনী মাক। চালীৰ মাকজনীও বেয়া নহয়।'

মইনাই দেখিলে, মাকৰ সৈতে বিস্নাত আৰতি আহিব ধৰিছে। মাকে আজি আৰতিক হাস্পটাললৈ নিয়াৰ কথা কৈছিল। বোধকৰোঁ তাৰপৰাই উভতি আহিছে।

॥ ন ॥

অভয় সেইদিনা অলপ দেৰীকৈ কামলৈ ওলাইছিল। শম্ভুনাথেই কৈ দিছে—অলপ দেৰীকৈ আহিলেও হব বুলি। বিশ্বনাথবাবু বিছনাৰপৰা উঠিব নোৱাৰে। বিশ্বনাথবাবুৰ চেম্বাৰত শম্ভুনাথেই মাজে মাজে আহি বহেহি। অৱশ্যে কাম চলায় মেনেজাৰেই। বুঢ়া হলেও মেনেজাৰ কৰ্মঠ হৈয়েই আছে। বিশ্বনাথৰ দেউতাকৰ দিনৰে মানুহ। বিয়াৰ ছমাহমানৰ পিচতে ঘৈণীয়েক ঢুকাইছিল। সাওকুলত কোনো নাই বুলি শুনা যায়। বেলেগে ঘৰভাৰা কৰি থাকিলেও খোৱা-লোৱা বিশ্বনাথবাবুৰ ঘৰতেই কৰে। ৰাতিপুৱাই আহে। যায় ৰাতি ন-দহমান বজাত।

চাৰি আলিৰ মোৰত থকা পাণৰ দোকানখনৰ ওচৰ পাই অভ্যাসবশতঃ অভয় থমকি ৰ'ল। কামলৈ যাবৰ সময়ত অভয়ে সদায় এই পাণৰ দোকানখনৰপৰা জৰ্দাপাণ এখন মুখত ভৰাই বিড়ি এমুঠি বাকী কৰি লৈ যায়। পাণৱালা অভয়ৰ চিনাকি মানুহ। বয়স তিনিকুৰিৰো বেছি হৈছে। চকুত নিকেলৰ ফ্ৰেমৰ এযোৰ ডাঠ আইনাৰ চছমা। অভয়ক পাণখন আগবঢ়াই দি সুধিলে—'আপোনাৰ বহীনক বহুতদিন দেখা নাই—ইয়াত নাই নেকি?'

অভয়ে অলপ আচৰিত হৈ পাণৱালাৰ চকুলৈ চাই পঠিয়ালে। অভয়ৰ ভনীয়েকক পাণৱালা বুঢ়াই চিনি পায় কেনেকৈ? বেছি শিক্ষা-দীক্ষা নাপালেও অভিজ্ঞতাৰপৰা অভয়ে বুজিছে, মাত্র এটা কাৰণতেই ছোৱালীক মানুহে চিনি পায় আৰু ৰবকৈ চিনি পোৱা জনাজাত ছোৱালীবোৰৰ শতকৰা নব্বৈজনীয়েই চেকালগা ছোৱালী। তাতে পাঁচটকীয়া নোটখন আঁতৰোৱাৰ পিচৰেপৰা আৰতিৰ সম্বন্ধে

অভয়ৰ ধাৰণাটোও বেয়া হৈ গৈছিল। অলপ কঠোৰভাৱে অভয়ে পাণৱালাক সুধিলে—'আপুনি মোৰ বহীনক চিনি পায় কেনেকৈ?'

'—মোৰ দোকানলৈ মাজে মাজে আহে। ভঙনীয়া পইচা দি নোট লৈ যায়।'

ভঙনীয়া পইচা দি নোট লৈ যায়? হঠাতে অভয়ে এন্ধাৰৰ মাজত পোহৰৰ ৰেঙনি এটা দেখা যেন পালে।

দোকানীয়ে কৈ গ'ল—'মই একদিন সুধিছিলোঁ মানুহে ৰেচগী বিচাৰে। তুমি ৰেচগীচব কিয় দি দিয়া? ছোৱালীটোৱে একো নামাতিলে। একদিন ক'ত থাকে সুধিছিলোঁ। তেতিয়া আপোনাৰ নাম ক'লে—।' আধাভঙা অসমীয়াতে বুঢ়া পাণৱালাই আৰু কিবা-কিবি বহুতো কৈ গৈছিল যদিও অভয়ৰ কাণত সোমোৱা নাছিল।

অভয় নিজৰ ভাবত নিমগ্ন হৈ পৰিছিল। আৰতিয়ে মাজে মাজে অভয়ৰপৰা দুই-চাৰি পইচা খুজি নি পাউদাৰৰ খালি টেমা এটাত ভৰাই থৈ দিয়েগৈ। স্নো', পাউদাৰ, চুলিত বন্ধা ফিটা আদি তাইৰ টুকি-টাকি বস্তুবোৰ তাৰেই তাই কিনে। সিদিনা তাইৰ বাকচত ওলোৱা নোটখন এনেকৈ জমোৱা পইচাবোৰ দি গোটা কৰি নিয়া নোট নহয়তো? অভয়ে কোবেৰে উভতি ঘৰমুৱা হৈ খোজ ললে।

অভয়ৰ বাপেকে বাৰাণ্ডাতে বহি ধোঁৱা-খোৱা হুপি আছিল। অভয়ক দেখি সুধিলে—'তই দেখোন আকৌ উভতি আহিলি?'

একো নামাতি অভয় ভিতৰলৈ সোমাই গ'ল। কাম-কাজ কৰিব নোৱাৰা হবৰেপৰা বাপেকৰ আনৰ কাম-কাজৰ হিচাপ লোৱাৰ কোব বেছি হৈ গৈছে। অভয়ে পোনচাটেই আৰতিৰ পঢ়া কোঠালী পালেগৈ। —'আৰতি।'

আৰতিয়ে এনেয়েই বৰ কম কথা কয়। চুকলী আখ্যা পাবৰেপৰা আৰু নিমাত হৈ পৰিছে। আৰতিয়ে মূৰ তুলি চালে। অভয়ে সুধিলে—'সিদিনাখন তোৰ বাকচত ওলোৱা পাঁচটকীয়া নোটখন ক'ত পাইছিলি?'

আৰতিয়ে একো নামাতি কিতাপৰ ওপৰত চকু ফুৰাব ধৰিলে। অলপপৰ হতভম্বৰ দৰে চাই থাকি অভয়ে অকৌ সুধিলে—'তই মোৰপৰা মাজে মাজে লৈ জমা কৰা ভঙনীয়া পইচাবোৰ ক'ত?'

ভঙনীয়া পইচাৰ নাম শুনি অলপ চক্ খাই উঠিলেও আৰতিয়ে আকৌ কিতাপত মনোযোগ দিয়াৰ ভাও জুৰিলে। আৰতিৰ চকুৰপৰা টপ্‌টপকৈ চকুপানী পৰিব ধৰিছিল। অভয়ে বুজিলে আওপকীয়া প্ৰশ্ন কৰি আৰতিৰপৰা উত্তৰ পোৱা টান। পোনপটীয়া-ভাবেই অভয়ে সুধি পেলালে—'তই মাজে মাজে বংশীলাল পাণৱালাৰ দোকানত ভঙনীয়া পইচাবোৰ দি গোটা টকা আনগৈ?'

এইবাৰ আৰতিয়ে টেবুলত মূৰ থৈ উচুপিব ধৰিলে। ওচৰতে বহিলৈ আৰতিৰ মূৰত হাত ফুৰাই অভয়ে মৰমেৰে সুধিলে—'তই কেলেই ভঙনীয়া পইচাবোৰ দি গোটা টকা আনগৈ?'

'—ভঙনীয়া পাইচা লৈ ডাঙৰ দোকানত বস্তু কিনিবলৈ ভাল নালাগে। দোকানীয়ে ভাবিব—' আৰতিয়ে আকৌ উচুপিব ধৰিলে।

আৰতিয়ে কথাখিনি শেষ নকৰিলেও অভয়ে বুজিলে, ভঙনীয়া পইচা এটোপোলা লৈ দামী বস্তু এটা কিনিবলৈ গ'লে দোকানীৰ আগত আৰতিহঁতৰ আচল অৱস্থাটো ওলাই পৰে বুলি আৰতিয়ে ভয় কৰে। ভঙনীয়া পইচা মানেও কেৱল দুই নয়া, পাঁচ নয়া পইচাবোৰ। কিন্তু অভয়ৰ বিছনাৰ তলৰপৰা পাঁচটকীয়া নোটখন কলৈ গ'ল? এইটো মইনাৰে কাম নহয়তো! তাতে তাৰ কাপোৰকানিৰ ফেছন যিহে দিনে দিনে বাঢ়ি আহিছে। অভয়ে চাব মাৰি সোধাৰ দৰে সুধিলে—'ভেনেহলে মইনাইহে মোৰ বিছানাৰ তলৰপৰা—।'

'—তই এইবোৰ কথা লৈ চিঞৰ-বাখৰ নকৰিবি। দেউতা আৰু মা আৰু বেছি দিন নাবাচে। কিন্তু এইবোৰ কথা শুনিলে একেবাৰে পাগল হৈ যাব। মইনাৰ কথা বাদ দে। সি জহন্নামে গৈছে—'

কিছুপৰ অভয় শিলৰ মূৰ্তিৰ দৰে থিয় হৈ ৰ'ল। তাৰ পিচত ভোঁভোৱাই এবাৰ মইনাৰ কোঠালী পালেগৈ। মইনা তেতিয়া ঘৰত নাছিল। ককায়েক ওলাই যোৱাৰ পিচতে ওলাই গৈছিল। বাহিৰত ব্যস্ত হৈ থকাৰ কাৰণে ঘৰখনৰ বৰ বেছি খবৰ ৰাখিবলৈ অভয়ে সময় নাপায়। মইনাৰ কোঠালীতো কদাচিতহে অভয় সোমায়। অভয়ে কোঠালীটোৰ চাৰিওপিনে এবাৰ চকু ফুৰাই চালে।

—পথালিকৈ দি থোৱা বাঁহ এডালত পেণ্ট, কামিজ, ধুতি, গেঞ্জি। এখন সৰু তক্তাপোচৰ ওপৰত পৰা বিছনা। কাষতে এখন সৰু পুৰণি-কলীয়া টেবুল। টেবুলৰ ওপৰত কেইখনমান কিতাপ, এটা খালি চিগাৰেটৰ পেকেট—জুইশলা বাঁহ। মজিয়াতো দুটামান আধা-পোৰা চিগাৰেটৰ টুকুৰা। চিগাৰেটৰ পেকেটটো অভয়ে লিৰিকি-বিদাৰি চালে। ল'ৰাই চিগাৰেট খাবলৈ শিকিছে। —আৰু চিগাৰেটো খায় বেছ দামী ধৰণৰেই। বিছনাৰ তলত তলা লগোৱা সৰু ট্ৰাঙ্ক এটা আছিল। টান মাৰি তলাটো একৱাই অভয়ে টাঙ্কটো খুলি পেলালে। এজ্ঞাপমান ধোবাৰ ঘৰৰ কাপোৰ। কামিজ, পেণ্ট, ধুতি। অভয়ৰ মাকে থোৱা খৰচৰপৰা চান কাঢ়ি মইনাক কাপোৰ-কানি কিনিবলৈ কিমান টকা দিয়ে অভয়ে তাৰ হিচাপ নাজানিছিল। বন্ধু-বান্ধৱৰপৰা বিশেষকৈ চন্দ্ৰনাথৰপৰা সৰকোৱা কাপোৰ-কানিবোৰৰ কথাও অভয়ে শুনা নাছিল। অভয়ে অলপ আচৰিত হৈ কাপোৰবোৰলৈ চাই ৰ'ল। ইমানবোৰ কাপোৰ-কানি মইনাই পালে ক'ত? কাপোৰৰ জাপটো দাঙি চালে। ট্ৰাঙ্কৰ তলত পৰি আছিল কেইখনমান সৰু সৰু বঙালী কিতাপ। লিখক বা প্ৰকাশকৰ নাম নাই। কিতাপ আটাইকিখন অশ্লীল ছবিৰে ভৰপূৰ।

কিবা এটা অমঙ্গলীয়া আশঙ্কাত অভয়ৰ মুখখন শেঁতা পৰি গ'ল।

—তেনেহলে সেই একেটা বেমাৰে মইনাকো ধৰিলে নেকি?

—হয়তোবা অভয়ৰ ওপৰত ভগবানেই প্ৰতিশোধ ললে। বৰ বেয়াকৈ অভয়ে মানুহটোক মৰিয়াইছিল।

—নাম আছিল বোধকৰোঁ প্ৰসাদ। বহু ঠাইত বহু মানুহৰ ঘৰত চাকৰি কৰিছিল। কিন্তু ক'তো তিষ্টিব পৰা নাছিল। —বোধকৰোঁ ওফাইদাং মৰা কথাবোৰৰ কাৰণে। কাম-কাজত বেয়া নহলেও মানুহটোৱে অলপ ভাঙো খাইছিল। কোন গিৰিহঁতক কেতিয়া কি কথা শুনাই দিছিল, কোন কাৰখানাৰ চাহাবক বুঢ়া আঙুলি দেখুৱাই চাকৰি এৰি গুচি আহিছিল সুবিধা পালেই সি তাৰেই গল্প কৰিছিল। ভঙুৱা মানুহ বুলি অভয়হঁতেও সহ্য কৰি গৈছিল। তাৰোপৰি আন দোষ-গুণ যিয়েই নাথাকক, মইনাক সি বৰ মৰম কৰিছিল। মইনা তেতিয়া পাঠশালা স্কুলত পঢ়ে। মইনাই তাৰ বৰ লগ লৈছিল। কেৱল লগ লোৱাই নহয়, মইনা অলপ প্ৰসাদৰ ভক্তও হৈ পৰিছিল। কথা-বতৰা চাল-চলনত প্ৰসাদক মইনাই অনুসৰণ কৰিবলৈও চেষ্টা কৰিছিল।

অভয় তেতিয়া ক্লাছ নাইনত। কিবা কাৰণত স্কুল হাফ হ'ল। দেউতাক অফিচৰপৰা তেতিয়াও ওভতা নাই। জহকালি। মাকেও কেঁচুৱা আৰতিক লগত লৈ শুই আছিল। গোটেই ঘৰখন নিজান হৈ আছিল। মাত্ৰ প্ৰসাদ থকা কোঠালীটোৰপৰা এটা গুণগুণনি শব্দ আহিব ধৰিছিল। দুটা মানুহে নিম্ন স্বৰত কথা কোৱাৰ শব্দ। বান্ধনী ঘৰৰ ওচৰৰে সৰু খেৰৰ ঘৰ এটাত প্ৰসাদক থাকিবলৈ দিছিল। চিটকিনি নলগালেও দুৱাৰখন জপাই থোৱা আছিল। দুৱাৰ জপাই প্ৰসাদেনো কাৰ লগত ইমানকৈ কথা কৈছে চাবলৈকে অভয়ে দুৱাৰখন ঠেলা মাৰি খুলি ভিতৰলৈ ভুমুকি মাৰি চাইছিল আৰু লগে লগে ক্ষন্তেকৰ কাৰণে স্বৰগ পৰা মানুহৰ দৰে থৰ লাগি গৈছিল······।

—অভয়ক দেখি প্ৰসাদো কিংকৰ্তব্যবিমূঢ় হৈ পৰিছিল। এনেকি গাৰ কাপোৰবোৰ সামৰি-সুতৰি লবলৈকো পাহৰি গৈছিল।—

লবালবিকৈ পেণ্টটো কঁকালত ভৰাই মইনাই বাহিৰলৈ লৰ মাৰিছিল। বাঘৰ দৰে অভয়ে প্ৰসাদৰ ওপৰত জঁপিয়াই পৰিছিল। বিছনাপত্ৰ আদিৰ লগতে দাঁত দুটাও পেলাই থৈ কথমপি কঁকালত ধুতিখন মেৰিয়াই প্ৰসাদ পলাইছিল। এনেকি তাৰ পাবলগীয়া দুমাহৰ দৰমহাখিনি বিচাৰিও সি আৰু অহা নাছিল।

প্ৰসাদ যোৱাৰ পিচতো তাৰ গাৰুৰ তলত অভয়ে দুখন ফটো আবিষ্কাৰ কৰিছিল। এহাল মাৰ্কিন যুবক-যুবতীয়ে কৃত্ৰিম উপায়েৰে যৌন সম্ভোগ কৰি থকা ছবি! —হয়তোবা মিলিটেৰীৰ যুগতেই প্ৰসাদে ক'ৰবাৰপৰা সংগ্ৰহ কৰিছিল।

—কিতাপখন টুকুৰা-টুকুৰকৈ ফালি অভয় ওলাই আহি ৰাজআলি পালেহি। পগলা মানুহৰ দৰে টলং-ভটংকৈ কিমান দূৰ গৈ আছিল অভয়ৰ মনত নপৰে। এবাৰ চকুত পৰিল এজনী গাভৰু ছোৱালীয়ে চাহৰ দোকান এখনৰ পিনে অগ্নিবৰ্ষী চাৱনিৰে চাই গালি পাৰিব ধৰিছে। দোকানৰ ভিতৰৰ কেবিন এটাৰপৰা কোনোবাই ছোৱালীজনীক কিবা অশ্লীল কথা কৈ জোকাব ধৰিছে। চিনাকি মাত। ক্ষন্তেক থমকি ৰৈ হাতৰ মুঠি মাৰি কোঁ-কোঁকৈ অভয় কেবিনটোৰ পিনে আগবাঢ়ি গ'ল।

॥ দহ ॥

চন্দ্ৰনাথৰ কোঠালীৰপৰা মইনা যেতিয়া ওলাই আহিল মাজৰাতি পাৰ হৈ গৈছিল।

জীৱনত প্ৰথমবাৰৰ বাবে মইনাই মদ মুখত দিছে। চন্দ্ৰনাথে আগেয়েও প্ৰায়ে যাচিছিল। কিন্তু মইনাই খোৱা নাছিল। মনৰ ভিতৰৰে ক'ৰবাৰ কোনোবাখিনিত এটা বাধা অনুভৱ কৰিছিল। কিন্তু আজি যেন সেই বাধা আঁতৰি গৈছে। বহুদিন জেলত থাকি

ওলাই অহা মানুহৰ দৰে মুকলি মুকলি লাগিছে। মুখেৰে যিহকেই নকওক, আজি ৰাতিপুৱালৈকে মইনাৰ মনৰ কোনোবাখিনিত এটা অপৰাধবোধ জাগি আছিল। হাজাৰ যুক্তি-তৰ্কেৰে নিজকে বুজালেও মইনাই অনুভৱ কৰিছিল—বাপেকৰ প্ৰতি—ককায়েকৰ প্ৰতি কিবা এটা অবিচাৰ কৰা হৈছে। কিন্তু অথনি ৰাজআলিত ককায়েকৰ হাতত মাৰ খাবৰেপৰা মইনাই যেন সেই অপৰাধবোধৰপৰা মুক্তি পাইছে। মইনাই কিবা অবিচাৰ কৰিব পাৰে। কিন্তু মইনাৰ প্ৰতিও ককায়েকে সুবিচাৰ কৰা নাই। দোষ যে কেৱল মইনাৰ নহয় বুজিও সুবুজাৰ ভাও ধৰি ককায়েকে মইনাক ঘুচিয়ালে। ঠিক আছে কটাকটি গৈছে। মইনাৰো আৰু কাৰো প্ৰতি একো বাধ্যবাধকতা নাই। কেৱল দোকানৰ ভিতৰতেইতো নহয়, ৰাজআলিলৈ উলিয়াই আনিও মইনাক অভয়ে মৰিয়াইছিল। কণিকাই দেখি খুব খুচী হৈ গৈছিল। অভয়ক বোধকৰোঁ মইনাৰ ককায়েক বুলি কণিকাই চিনি পোৱা নাছিল। ভাবিছিল কণিকাৰ কোনোবা ৰূপমুগ্ধ চিভেলৰাচ ডেকা। অভয়ৰ পিনে চাই কণিকাই কৈছিল—'চাওকচোন, এই লৰাজনৰ উৎপাতত কোনো ছোৱালীয়ে মান-সন্মান বজাই ৰখা টান হৈ পৰিছে।' কিন্তু উত্তৰত অভয়ে কণিকাৰ পিনে চাই চুপ ৰও বুলি চিঞৰি উঠিছিল। থত্‌মত্‌ খাই কণিকাই অভয়ৰ পিনে চাইছিল। দাঁতমুৰ কামুৰি অভয়ে কৈছিল—'ইমান মান-সন্মানৰ জ্ঞান থকা মানুহে কাপোৰ-কানিবোৰো অলপ ভালকৈ পিন্ধিব লাগে।'—চিত্ৰতাৰকাৰ দৰে স্তন্য প্ৰদৰ্শন কৰি বাহুত কথমপি ওলোমাই লোৱা শাৰীখনৰ আঁচলেৰে আধাগজ কাপোৰৰ ব্লাউজটো ঢাকিবলৈ চেষ্টা কৰি ৰঙা ক'লা পৰি কণিকা আঁতৰি গৈছিল। ওচৰত জুমবন্ধা চেঙেলীয়াৰ দল এটাই কণিকাৰ পিনে চাই কিৰিলি পাৰি উঠিছিল। অভয়ে আনৰ পিন্ধন-উৰণৰ স্বাধীনতাত হাত দিয়া বাবে দুজনমানে পেটে পেটে ভাল নাপালেও অভয়ৰ গুণ্ডামাৰ্কা চেহেৰা আৰু ব্যাঘ্ৰমূৰ্তি দেখি মনে মনে আঁতৰি গৈছিল। যিয়েই নহওঁক

কণিকাকো দোষী বুলি জানিও অভয়ে মইনাক মৰিয়াইছিল। বাটৰ মানুহে এৰুৱাই নিদিয়া হলে হয়তোবা মাৰিয়েই পেলালেহেঁতেন।

অভয় যোৱাৰ পিচতো মইনা ভালেমান পৰ থৰমৰ খাই পৰি আছিল। এনেতে কানুৱে আহি মইনাক বিস্লাত তুলি ঘৰলৈ গ'ল। কানু চাইকেলৰ মেকানিক। চিনেমাহলৰ ওচৰত দোকান। সৰু সৰু লৰা কেইটামান কানুৰ এজেণ্ট। হাতত পিন একোটা লৈ সিহঁত ঘূৰি ফুৰে। ছেগ চাই চিনেমা চাবলৈ অহা মানুহবোৰৰ চাইকেলৰ চকা ফুটাই দিয়ে। বাধ্য হৈ চাইকেল আৰোহীসকলে কানুৰ দোকানলৈ লৰ ধৰে। ভাল ইনকামেই হৈছিল। কিন্তু অলপতে এবাৰ ধৰা পৰি যোৱাত কানুকো কিছুমান মানুহে চকু-মুখ ফুলি যোৱাকৈ ঘুচিয়াইছিল। সেই কাৰণেই নেকি কানুও মইনাৰ প্ৰতি বৰ সহানুভূতিশীল হৈ পৰিছিল।

—ঘৰলৈ নি কানুৱে মইনাক মুখ-হাত ধুবলৈ দিলে। ভাত খুৱালে। ভাত খাই উঠি মইনা কানুৰ বিছনাখনতে শুই পৰিল। বেছ গধুৰ টোপনিয়েই হৈছিল। সাৰ পালে সাজ লাগি যোৱাৰ পিচত।

মুখহাত ধুই চাহ একাপ খাই মইনাই খোজ লৈছিল চন্দ্ৰনাথহঁতৰ ঘৰমুৱা হৈ।

বিশ্বনাথবাবু বেমাৰত পৰাৰ পিচৰেপৰা চন্দ্ৰনাথৰ হিতৈষী বন্ধুৰ দল দিনে দিনে বাঢ়ি আহিছে। মহৰী বন্ধু হৰিলালে চন্দ্ৰনাথক পৰামৰ্শ দিছিল কিবা উইল কৰিছে যদিও সেই উইল নাকচ কৰাই বাপেক জীয়াই থাকোঁতেই সা-সম্পত্তিখিনিৰ ভগা-বতৰা কৰি লবলৈ। উইল কৰিলেও অৱশ্যে হৰিলালৰ উকীল ধীৰাজবাবুৱে সেই উইল আদালতত উকৱাই দিব পাৰিব। কিন্তু মকামিলাৰ মাজেৰেই যদি কামটো হয় কি দৰকাৰ কোৰ্ট-আদালত কৰি ফুৰিবৰ। ৰৰপুতেক শম্ভুনাথৰ প্ৰতি বুঢ়াৰ যি টান সমানে আধা সম্পত্তি হয়তো চন্দ্ৰনাথক নিদিবও পাৰে। আধা নিদিলেও অন্ততঃ এক তৃতীয়াংশ চন্দ্ৰনাথক দি দিয়ক। শম্ভুনাথৰো লাভ হব। চন্দ্ৰনাথৰো সম্পত্তি

হেকৱাৰ ভয় নাথাকিব। হৰিলালৰ পৰামৰ্শ শুনি জ্ঞানচকু মুকলি হৈ গলেও কথাষাৰ কেনেকৈ বাপেকৰ আগত উলিয়াব চন্দ্ৰনাথে ভাবি পোৱা নাছিল।

—মইনাই আহি চন্দ্ৰনাথক পৰামৰ্শ দি আহিছে ব্যৱসায় কৰাৰ নাম কৈ বুঢ়াৰপৰা এটা মোটা অঙ্কৰ টকা আদায় কৰিবলৈ। পৰামৰ্শটো চন্দ্ৰনাথৰ পছন্দ হৈছিল। ব্যৱসায়ৰ কথা কলে বুঢ়াই নিশ্চয় টকা দিব। কিন্তু কিহৰ ব্যৱসায়? মইনাই কলে—কথাছবিৰ ব্যৱসায়। পঞ্চাশ ষাঠি হাজাৰমান টকাৰ ভিতৰতে হব লাগে। মইনাক পৰিচালক আৰু প্ৰধান অভিনেতা কৰি লওক। মইনাইও চন্দ্ৰনাথৰ মনস্কামনা পূৰ্ণ কৰিব। সেই ছোৱালীজনী— যাৰ কাৰণে চন্দ্ৰনাথ বলিয়া হৈ গৈছে—মইনাই কথাছবিত সুমুৱাই দিব পাৰিব।

আজি ছয়-সাত দিন কেবাশ টকাৰ মদ গলাদ্ধকৰণ কৰিও চন্দ্ৰনাথৰ বন্ধুসকলে কোনো এটা ভাল পৰামৰ্শ দিব পৰা নাছিল।— চন্দ্ৰনাথে জাপ মাৰি থিয় হৈ মইনাক সাৱটি ধৰিছিল।

আনন্দৰ আতিশয্যত মইনাইও চন্দ্ৰনাথক আঁকোৱালি ধৰিছিল। চন্দ্ৰনাথে নিজহাতে আগবঢ়াই দিয়া হুইস্কিৰ গিলাচটো মইনাই আগ্ৰহেৰে তুলি লৈছিল।

আৰতিৰ কথা উলিয়াওঁতে মইনাৰ যে অলপো সঙ্কোচ ওপজা নাছিল এনে নহয়; কিন্তু নিজকে মইনাই প্ৰবোধ দিছিল—কিনো বেয়া। আৰতি যদি কথাছবিত নামিব পাৰে তাইৰেই কপাল ফুলিব। টকা-পইচা-নাম-যশস্যা সকলো পাব। ড্ৰাইভাৰ ককায়ে-কেনো তাইৰ কি কৰি দিব পাৰিব? বৰ বেছি লগৰে কোনোবা ড্ৰাইভাৰ বা হেণ্ডিমেন এটা চাই দিব পাৰিব। ওঁহো, কথাছবিত নামিলে আৰতিৰো মঙ্গলেই হব। কথাছবিৰ সম্বন্ধে মইনাৰ বিশেষ একো ধাৰণা নাই। ৰথীন বৰুৱাৰ লগত পৰামৰ্শ কৰা ভাল হব। বৰুৱা অৱশ্যে শ্বিলঙত আছেগৈ। কেবাখনো কথাছবি পৰিচালনা কৰিছে। কাইলৈকে ৰথীনলৈ চিঠি এখন

লিখিব লাগিব। এতিয়া এটা সমস্যা হ'ল আৰতিক লৈ। আৰতিক কেনেকৈ ৰাজী কৰোৱা যায়? অভয়ে কোৱা হলে অৱশ্যে তৎক্ষণাত ৰাজি হৈ গ'লহেঁতেন।. কিন্তু বেটা ড্ৰাইভাৰৰ মগজুত সজ পৰামৰ্শ সোমালেহে! বাকু আৰতিৰ ব্যৱস্থাও হৈ যাব। আজি আৰু বেয়া লগা কথাবোৰ ভাবিবৰ মন যোৱা নাই।

মইনাই থৰক-বৰক হাতেৰে পেকেটৰপৰা চিগাৰেট এটা উলিয়াই অগ্নিসংযোগ কৰিলে।

॥ এঘাৰ ॥

ৰাতিপুৱা চাহৰ গিলাচটো অভয়ৰ পিনে আগবঢ়াই দি মাকে ক'লে—'কালি ৰাতি কবলৈ সময়েই নাপালোঁ। কালি নিখিলৰ মাক আহিছিল।'

নিখিলৰ মাক এইবাৰেই নহয়, আগেয়েও আহিছিল। কিয় আহিছিল তাকো অভয়ে জানে। হয়তোবা নিখিলেই পঠিয়াই দিছিল। নিখিলৰ মাক গাৱঁত থাকে, মাজে মাজে পুতেকৰ ওচৰলৈ আহে। আহিলে পঠিয়াই দিয়ে আৰতিহঁতৰ ঘৰলৈ। আজি পাঁচ-ছয় বছৰে বিপত্নীক হৈ থকাৰ পিচত আৰতিক দেখি নিখিল থাকিব নোৱাৰা হৈছে। পুতেকে উদাসী সন্ন্যাসীৰ জীৱন যাপন কৰাও মাকে আৰু সহিব নোৱাৰা হৈ আহিছে।

আগৰ দৰে হোৱা হলে অৱশ্যে শুনাৰ লগে লগে অভয়ে মাকক ভেকাহি মাৰি পঠিয়ালেহেঁতেন। কলেহেঁতেন—নিদিওঁ সেই বুঢ়াটোলৈ। তাই কিবা পেলাই দিবলগীয়া বস্তুনে—কিন্তু কেইদিন-মানৰেপৰা অভয়ৰ এটা অসহায় ভাব আহিছে। হয়তোবা নিজে কৰ নোৱাৰাবাকৈয়ে অভয়ে বহুখিনি সাহস বিচাৰি পাইছিল শম্ভুনাথৰপৰা। নিজৰ অজানিতেই অভয়ৰ বিশ্বাস হৈছিল শম্ভুনাথেই এদিন আৰতিক

বিয়া কৰাব কিন্তু ৰাবুৱানীৰ লগত হৈ যোৱা সেই অধ্যায়টোৰ পিচৰেপৰা অভয়ৰ সন্দেহ হৈছে এই টকা-পইচা থকা মানুহবোৰৰ মন-মেজাজৰ ঠিক নাথাকে। কাক কেতিয়া মূৰত তুলি লৈ বোকাত দলিয়াই পেলায় ইহঁতেহে জানে। শম্ভুনাথ হয়তোবা বেয়া মানুহ নহয়। আৰতিক ভালো পায়। কিন্তু শম্ভুনাথো ধনী মানুহ। কোটিপতিৰ সন্তান।

চাহৰ গিলাচটোত সোহা এটা মাৰি অভয়ে ক'লে—'বাক ভাৰি চাওঁচোন।'

অভয়ৰ কথাৰ সুৰটো অলপ ঢিলা যেন পাই মাকে কব ধৰিলে—'নিখিল ল'ৰাটো বেয়া নহয়। বয়সোনো কিমান হৈছে। খুব বেছি ছকুৰি। আৰতিওনো কি সক ছোৱালী, মাজতে পেহীয়েৰে লৈ গৈ দুবছৰমান পঢ়াশুনা ক্ষতি কৰিলে কাৰণেহে। তাইৰ লগৰ ছোৱালীয়ে কোন কাহানিবাই কলেজ পালেগৈ।'

অভয়ে মনে মনে হিচাপ কৰি চালে। মাকৰ কথাষাৰ বৰ মিছা নহয়, পঢ়ুৱাব বুলি অভয়ৰ সম্বন্ধীয়া পেহীয়েক এজনীয়ে আৰতিক লৈ গৈছিল। কিন্তু এঘৰ মানুহৰ লেদেনা ওকটোতে বেচেৰীয়ে কিতাপৰ ওচৰলৈকে যাবলৈ সময় নাপালে। দুবাৰ বছেৰেকীয়া পৰীক্ষাত ফেল কৰিলে। নহলে আৰতিও কলেজ পালেগৈহেঁতেন। একো নামাতি অভয়ে চাহ খাব ধৰিলে। মাকে কৈ গ'ল—'ঈশ্বৰে কৰাত টকাই-পইচাই ঘৰে-দুৱাৰে নিখিল এটা চকুত লগা ল'ৰা। বয়স অলপ হলেই যেনিবা—কি হ'ল। ভনীয়েৰ সুখত থাকিব বুজিছ—ভনীয়েৰ সুখত থাকিব।'

অভয়ে মাকলৈ কেৰাহিকৈ চাই পঠিয়ালে। মাকে কি কয়? আৰতি সুখত থাকিব? তেনেহলে টকা-পইচা নথকা মানুহৰ ঘৈণীয়েকবোৰ সুখী নহয় নেকি? অভয়ৰ মনটো দেউতাকৰ প্ৰতি অনুকম্পাৰে ভৰি পৰিছিল। দেউতাকক গুৰুত্ব দিবলৈকে অভয়ে সুধিলে—'দেউতাই বা আকৌ কি কয়?'

অভয়ৰ মনৰ কথা তলকিব নোৱাৰি. মাকে সহজভাবেই উত্তৰ দিলে—'দেউতাৰৰো সেয়েই ইচ্ছা।'

তলমূৱা হৈ অভয়ে গিলাচৰ বাকী চাহখিনি নিঃশেষ কৰাত মনোযোগ দিলে। হয় যদিও হওক—নিখিলৰ লগতেই বিয়াখন হওক। অভয়ে আৰু আপত্তি নকৰে। আৰতিও ছোৱালী মানুহ। টকা-পইচা পালে আৰতিও সুখী হব। শম্ভুনাথৰ সমান নহলেও নিখিলৰো টকা-পইচা আছে। অভয়ৰ দেউতাকৰ টকা-পইচা নাই কাৰণেই অভয়ৰ মাকো হয়তোবা সুখী নহয়। বিশ্বনাথবাবুৰ টকা আছিল কাৰণেই বাবুৱানী সুখী আছিল। অথৰ্ব বিশ্বনাথে যৌৱনৰ চাহিদা পূৰাব নোৱাৰাত ক্ষন্তেকৰ বাবে উত্তেজনা উপজিলেও সেয়েহে বাবুৱানীয়ে অভয়ক চকু পকাই কব পাৰিছিল—'নেহী'।

খালি গিলাচটো মজিয়াত থৈ অভয় ওলাই আহিল। অভয়ৰ চকুত পৰিল ৰান্ধনিঘৰৰ ওচৰৰে কোঠালীটোৰ খিৰিকীখনৰ সমুখত থিয় হৈ আৰতিয়ে দূৰলৈ চাই আছে। অভয়ৰ ভৰিৰ শব্দ শুনিও আৰতিয়ে উভতি চোৱা নাছিল। অভয়ে মাতিলে—'আৰতি।'

আৰতিয়ে উভতি চালে। আৰতিৰ চকু দুটা ৰঙা। বোধকৰোঁ অলপ আগেয়ে কান্দিছিল।

একো নামাতি অভয়ে খোজ ললে।

॥ বাৰ ॥

বিশ্বনাথবাবুৰ ঘৰ পাওঁতে অভয়ৰ অলপ দেৰীও হৈছিল বিশ্বনাথ-বাবুৰ ভৃত্য ৰঘুৱাৰ কাৰণেই। বাটতে অভয়ে ৰঘুৱাক লগ পাইছিল। ৰঘুৱাৰ মুখতেই অভয়ে শুনিলে সৰু পুতেক চন্দ্ৰনাথক বিশ্বনাথবাবুৱে বলেগ কৰি দিছে। আজিয়েই বোধকৰোঁ চন্দ্ৰনাথ যাবগৈ। বিশ্বনাথবাবুৰ ঘৰত নতুন কিবা ঘটিলে কাৰোবাৰ আগত ঘটনাৰ

সবিশেষ বৰ্ণনা দিবলৈ নোপোৱালৈকে ৰঘুৱাই শান্তি নাপায়। হয়তোবা শ্ৰোতা বিচাৰিয়েই ৰঘুৱা ওলাই গৈছিল। অভয়বো ৰাতি মস্ত অৱস্থাত চন্দ্ৰনাথ বাপেকৰ ওচৰ পাইছিলগৈ। শম্ভুনাথ তেতিয়া কেনিবা ওলাই গৈছিল। ওচৰত বহি আছিল ৰঘুৱা। বাবা বাবাকৈ কেবাবাৰো মতাৰ পিচত বিশ্বনাথবাবুৱে চকু মেলি চালে। অসুখত পৰাৰ পিচত কথা-বতৰা কোৱা প্ৰায় বন্ধ কৰি দিলেও বিশ্বনাথবাবুৱে মাজে মাজে শম্ভুনাথক বাবুৱানীৰ কথা সুধিছিল। দুদিনমানৰপৰা সুধিবলৈ লৈ ওপৰলৈ মুখ কৰি পৰি থাকে। মাজে মাজে চকুপানী বাগৰি আহে। চকুপানী মচি দি শম্ভুনাথে সোধে—'বাবা, কিবা কষ্ট হৈছে নেকি?' একো নামাতি বিশ্বনাথবাবুৱে মূৰ জোকাৰে।

চন্দ্ৰনাথৰ মাত শুনিও বিশ্বনাথবাবুৱে মাথোন চকু মেলি চাইছিল। ভৰিবোৰ ৰবকৈ থৰক-বৰক কৰাত টেবুল এখনত ভেজা দি চন্দ্ৰনাথে মুখস্থ কোৱাৰ দৰে কৈ গৈছিল—'চোৱা বাবা, তোমাক মই এটা কথা কবলৈ আহিলোঁ। কথা লুকুৱাইতো লাভ নাই। তোমাৰ গা ভাল নহয়— । দাদাই মোক একদম দেখিব নোৱাৰে। তোমাৰ কিবা এটা হৈ গলে সি মোক ঘৰৰপৰা বাহিৰ কৰি দিব। মই খাবলৈ নাপাই মৰিব লাগিব। সেই কাৰণে তুমি থাকোঁতেই টকা-পইচাৰ কিবা এটা ভাল ব্যৱস্থা হলে—মানে—ভাল হয়।'

বিশ্বনাথবাবুৱে মুখ ঘূৰাই ওপৰৰ চিলিংখনলৈ কিছুপৰ চাই ৰৈছিল। তাৰ পিচত ক্ষীণ অথচ কঠিন মাতেৰে কৈ গৈছিল—'মোৰ ইমান কষ্টৰে গঢ়ি তোলা ব্যৱসায় তোৰ হাতত তুলি দি মই নষ্ট কৰিব নোৱাৰোঁ। মোৰ এই গোটেই সম্পত্তি শম্ভুনাথৰ নামত লিখি দি যাম। এই ব্যৱসায়, ঘৰ-দুৱাৰৰ ওপৰত তোৰ একো স্বত্ব নাথাকিব। কিন্তু তয়ো মোৰ ল'ৰা। মোৰেই দুৰ্ভাগ্য তোক মই জন্ম দিছিলোঁ যেতিয়া, তোকো অলপ নগদ টকা দি ত্যাজ্যপুত্ৰ কৰি থৈ যাম— ।'

'নগদ টকা মানে কিমান টকা?' বগা চকুহাল মেলি লৈ চন্দ্ৰনাথে সুধিছিল।

'বেঙ্কত জমা থকা টকাৰ তিনি ভাগৰ এভাগ। দুই-তিনি লাখমান হব পাৰে—।'

'ঠিক আছে' তাকে দিলেই হব। মই তোমাৰ ব্যৱসায়ৰ ভাগ নিবিচাৰোঁ। মই বেলেগে ব্যৱসায় কৰিম। ফিল্মৰ ব্যৱসায়—।'

'—তোৰ যি মন যায় কৰি থাকিবি। এতিয়া তই মোৰ আগৰ-পৰা যা। মোৰ ভাল লগা নাই। আৰু শুন, তই ঘৰৰপৰাই ওলাই যাগৈ। পেট্ৰল পাম্পৰ ওচৰত সজা নতুন ঘৰটোলৈকে যাগৈ। সেই ঘৰটোও তোৰ নামত মই লিখি দিম।'

'বেছ্‌ বেছ্‌ ঠিক আছে' বুলি ঢপং ঢপংকৈ চন্দ্ৰনাথ ওলাই গৈছিল। তাৰ পিচত বিশ্বনাথবাবুৱে মেনেজাৰক শোৱা কোঠালৈকে মতাই আনিছিল। কিছুপৰ কথাবতৰা পাতি উকীল চাহাবক খবৰ দিয়াইছিল। অলপ পিচতে শম্ভুনাথো আহি ওলাইছিল। ভাগ বতোৱাৰা কৰা কথাষাৰ শম্ভুনাথৰ মনঃপুত হোৱা নাছিল। চন্দ্ৰনাথক বুজাবলৈ চেষ্টা কৰিছিল। কিন্তু চন্দ্ৰনাথ নাছোড়বান্দা। এনেকি শেষলৈ চন্দ্ৰনাথে শম্ভুনাথক ঠগ, জুৱাচোৰ আদি বুলি গালি পাৰিও উঠিছিল। তলমুৰা হৈ উভতি আহি শম্ভুনাথ আকৌ বিশ্বনাথবাবুৰ কাষত বহিছিলহি। কিছুপৰ নিতাল মাৰি থকাৰ পিচত বিশ্বনাথ-বাবুৱে কথা কৈছিল। কেবাদিনৰ মূৰত আকৌ বাবুৱানীৰ কথা উলিয়াইছিল। কৈছিল—'কেতিয়াবা যদি মাহীয়েৰক বিচাৰি পাৱ মাহীয়েৰক চাবি।ময়েই তাইৰ জীৱনটো বৰবাদ কৰি দিলোঁ।'

শম্ভুনাথে সম্পত্তিৰ একাংশ মাহীয়েকৰ নামত লিখি দিয়াৰ কথা কৈছিল। এটা ক্ষীণ হাঁহি মাৰি বিশ্বনাথে কৈছিল—'দৰকাৰ নাই বেটা তোৰ ওপৰত মোৰ বিশ্বাস আছে।' অলপ বৈ বিশ্বনাথবাবুৱে আৰু এষাৰ কথা কৈছিল। অৱশ্যে অবিশ্বাস্য কথা। বিশ্বনাথবাবুৱে কৈছিল—'আজি তোৰ মাহীয়েৰৰ লগত তিনি বছৰ ঘৰ কৰিলোঁ। তাইক মই চিনি পাওঁ। তাই টকাৰ কাঙাল নহয়। টকা দি তাইক সুখী কাৰব নোৱাৰ। যদি কেতিয়াবা উভতি আহে অলপ আদৰ-

যত্ন কৰিবি। মৰম কৰিবি। তাই সুখী হব। মোৰ আত্মাইও শান্তি পাব।'

—শম্ভুনাথৰ দুগালেদি চকুপানী বাগৰি আহিছিল। আজি কুৰি বছৰৰ ভিতৰত এই প্ৰথম ৰঘুৱাই শম্ভুনাথৰ চকুপানী দেখিলে।

অলপ পিচতে লগত এজন মহৰী লৈ উকীল চাহাব আহিছিল। মেনেজাৰো আহিছিল। ভালেমান পৰলৈকে আটাইবোৰে বহি কিবা লিখাপঢ়া কৰিছিল। উকীল মহৰীৰ দলটো লৈ মেনেজাৰ ওলাই যোৱাৰ পিচতো শম্ভুনাথৰ লগত বিশ্বনাথবাবুৱে বহু ৰাতিলৈকে কথা পাতিছিল। ঠিক কি কথা পাতিছিল ৰঘুৱাই নাজানে। ৰঘুৱা ওচৰত নাছিল। তথাপিও সম্ভৱ শম্ভুনাথৰ বিয়াৰ কথাকেই পাতিছিল। কাৰণ কিবা এটা কামত সেইফালে আহোঁতে ৰঘুৱাৰ কাণত পৰিছিল—বিশ্বনাথবাবুৱে শম্ভুনাথক কৈছিল—'বিলাত আমেৰিকাৰ পিনে বিয়াৰ আগেয়ে মানুহে নিজকে ডাক্তৰৰ হতুৱাই পৰীক্ষা কৰাই লয় বুলি শুনিছোঁ। সেইটো ভাল নিয়ম। বাহিৰত দেখাত ভাল হলেও কাৰ স্বাস্থ্য কেনেকুৱা বুজা টান।' অলপ ৰৈ বিশ্বনাথবাবুৱে আকৌ কৈছিল—'মোৰ কথাকেই চাচোন। ভিতৰি ভিতৰি ইমান দুৰ্বল হৈ আছোঁ বুলি জনা হলে নিশ্চয় বিয়া নকৰালোঁহেঁতেন।'

ৰঘুৱাই আৰু কিবাকিবি বলকি গৈছিল যদিও অভয়ৰ কাণত নোসোমাল। অভয়ে মাথোন ভাবিব ধৰিছিল শম্ভুনাথৰ বিয়াৰ কথাকেই। বিশ্বনাথবাবুৰ শৰীৰৰ যেনেকুৱা অৱস্থা পুতেকৰ বিয়াখন পাতি যোৱাৰ কথা ভবা অতি স্বাভাৱিক। হয়তোবা শম্ভুনাথেও মত দিছে। ইচ্ছা নাথাকিলেও মৃত্যুপথ-যাত্ৰী বাপেকৰ মনত আঘাত লাগিব পাৰে বুলিয়েই হয়তো মত দিছে। কিন্তু আৰতিৰ কথাও শম্ভুনাথে এবাৰ ভাবি চোৱা উচিত আছিল। শম্ভুনাথে জানো নাজানে আৰতিয়ে শম্ভুনাথক ভাল পায় বুলি।—হয়তোবা ধনী মানুহবোৰেই এনেকুৱা। ভালপোৱা, প্ৰেম আদি বিশ্বাস নকৰে।

অভয় যেতিয়া বিশ্বনাথবাবুৰ অফিচ ওলালগৈ মেনেজাৰে অকলে বহি কিবা এটা লিখি আছিল। ভিতৰলৈ সোমাই গৈ অভয়ে মেনেজাৰক চালাম কৰিলে। হাঁহি এটা মাৰি মেনেজাৰে কলে— 'অভয় নেকি? আহ আহ—বহহি।'

অভয় অলপ আচৰিত হ'ল। বিশ্বনাথবাবুৰ ঘৰত কাম কৰিবৰ অভয়ৰ আঠ বছৰৰো বেছি হ'ল। অভয়ে গৈয়েই বিশ্বনাথবাবুক চালামটো জনাই বাৰাণ্ডাত বহি থাকেহি। বিশ্বনাথবাবুৱে বিছনা লোৱাৰেপৰা চালামটো পাইছিল মেনেজাৰে। মেনেজাৰ ব্যস্ত মানুহ। গুকান হাড়কিডাল লৈও দিনটো কামকেই কৰি থাকে। অভয়ৰ চালামৰ প্ৰত্যুত্তৰত মূৰটো দুপিয়াই কামত আকৌ ব্যস্ত হৈ পৰে। কথা-বতৰা কোৱা দূৰৰ কথা, চালামৰ প্ৰত্যুত্তৰত মূৰ দুপিয়াওঁতে বহু সময়ত চকু তুলি চাবলৈও সময় নাপায়। অভয়ে কিংকৰ্তব্যবিমূঢ় হৈ থিয় দি থকা দেখি কলমডাল টেবুলত থৈ মেনেজাৰে আকৌ কলে, 'বহ আকৌ, থিয় হৈ ৰলি কেলৈ?'

মেনেজাৰৰ টেবুলৰ সমুখত দুখন চকী আৰু অলপ আঁতৰত বেৰৰ গাত লগাকৈ দুখনমান টুল পাৰি থোৱা আছিল। অভয়ে টুলকিখনৰ পিনে খোজ লব খোজা দেখি মেনেজাৰে সমুখৰ চকী এখন দেখুৱাই দি কলে—'বহচোন বহ—এইখিনিতে বহ। তোৰ লগত কথা আছে।'

অভয়ে টুল এখনকে ওচৰ চপাই আনি বহিব নেকি ভাবিব ধৰিছিল। এনেতে মেনেজাৰে আকৌ কৈ উঠিল—'আস্ বহিবলৈ ইমান টান পাইছ কেলৈ? বহচোন বহ, আজিৰপৰাতো তই আৰু গাড়ী চলাব নালাগে—।'

অভয়ৰ ভৰিৰ তলৰপৰা পৃথিৱীখন বহু তললৈ নামি যোৱা যেন লাগিল। মূৰৰ ভিতৰতো যেন অসংখ্য জিলিয়ে একেলগে চিঞৰি উঠিল।—আজিৰপৰা গাড়ী চলাব নালাগে। মানে আজিৰপৰা আৰু চাকৰি নাই। বাবুৱানী নিশ্চয় উভতি অহা নাই। অহা হলে বঘুৱাই কলেহেঁতেন। সম্ভৱতঃ বাবুৱানীৰপৰা কিবা চিঠি-পত্ৰ আহিছে।

অভয়ৰ কথাও বোধকৰোঁ লিখিছে। অভয়ৰ মন গল চিঞৰি কৈ দিয়ে বাবুৱানীয়ে অভয়ক যেনেকৈ প্ৰলুব্ধ কৰিছিল অভয় কেনৈ যোগী-সন্ন্যাসীয়েও মাথা ঠাণ্ডা ৰখা টান হ'লহেঁতেন। কিন্তু আঠাইশ বছৰীয়া জীৱনত পোৱা নানান ঘাত-প্ৰতিঘাতৰপৰা অভয়ে বুজিছিল বিপদত উত্তেজিত হলে বিপদ নকমে—বৰঞ্চ বাঢ়েহে! মুহূৰ্তৰ ভিতৰতে নিজকে চম্ভালি'লৈ যথাসম্ভৱ শান্তভাৱে অভয়ে সুধিলে—'কেনৈ— ?'

'—কওঁ বাৰু বহচোন বহ।'

যন্ত্ৰচালিত পুতলাৰ দৰে অভয় চকীখনত বহি পৰিল। মেনেজাৰে চকীত অলপ আৰাম কৰি আঁউজি বহি লৈ সুধিলে—'তই কিমানলৈ পঢ়িছিলি ?'

—'ক্লাছ টেনলৈ।'

'—বেছ বেছ—।' চুৰট এটা জ্বলাই লৈ মেনেজাৰে কলে—'মালিকৰ হুকুম—তই কাইলৈৰপৰা ইয়াত—মানে অফিচত বহিব লাগিব আৰু অফিচৰ কাম শিকিব লাগিব।'

মেনেজাৰে কি কৈছে বা কব খুজিছে অভয়ৰ একো বোধগম্য হোৱা নাছিল। চুৰটত দীঘলীয়া টান এটা মাৰি মেনেজাৰে কৈ গ'ল—'মই বুঢ়া হৈ আহিছোঁ। শৰীৰেও প্ৰায় নটনা হৈছে। বেছিদিন আৰু কাম কৰিব নোৱাৰিম। মোৰ অবিহনে তয়েই এই চকীখনত বহিব লাগিব। অৱশ্যে কিছু বেছিদিন জীয়াই থাকিলেও তোৰ বিশেষ লোকচান নহয়। কাৰণ মই কাম কৰি থকালৈকে তোক এছিষ্টেণ্ট মেনেজাৰ কৰি ৰখা হব। দৰমহাও বৰ্তমানৰ দুগুণেই পাবি।'

সপোন দেখা নাই বুলি নিশ্চিত হবলৈ অভয়ে নিজৰ কৰঙনতে এবাৰ চিকুটি চালে। এনেতে লগুৱা এটা আহি অভয়ৰ পিনে দেখুৱাই মেনেজাৰক কিবা এটা ইঙ্গিত দিলে। মেনেজাৰে কলে—'যা তোক মালিকে মাতিছে।'

লগুৱাটোৰ পিচে পিচে অভয়ে খোজ ললে।

অসুখত পৰাৰ পিচৰেপৰা অভয়ে বিশ্বনাথবাবুক দেখা নাছিল। দুৰ্বাৰদলিত ভৰি দিয়েই অভয় থমকি ৰ'ল। এইকিদিনৰ ভিতৰতে মানুহটো শুকাই আধামান হৈ পৰিছে। মূৰৰ শিতানত শম্ভুনাথ বহি আছিল। অভয়ক দেখিও নেদেখাৰ ভাও জুৰি শম্ভুনাথে আন একালে চাই ৰ'ল।

হাতেৰে ইঙ্গিত দি বিশ্বনাথবাবুৱে অভয়ক ওচৰলৈ মাতিলে। অভয়ৰ তেতিয়াহে হুচ আহিল বিশ্বনাথবাবুক চালাম জনোৱা হোৱা নাই। হাতখন কপালত লগাই অভয় ভিতৰলৈ সোমাই আহিল। ওচৰৰ টুল এখন দেখুৱাই বিশ্বনাথবাবুৱে ক'লে—'বহ বেটা।' অভয়ে লক্ষ্য কৰিলে, কেৱল মানুহটোৱেই নহয়, বিশ্বনাথবাবুৰ মাতটোও সৰু হৈ গৈছে।

অভয় বহাৰ লগে লগে শম্ভুনাথ বাহিৰলৈ ওলাই গৈছিল। অলপ পৰ বিশ্বনাথবাবুৱে ওপৰৰ চিলিংখনলৈ চাই বৈ মুখ নুঘূৰোৱা-কৈয়ে সুধিলে—'তোৰ এজনী ভনী আছে?'

'—আছে।' সেপ গিলি অভয়ে উত্তৰ দিলে।

'—তাইৰ বিয়া-চাদীৰ কাৰণে একো চেষ্টা কৰা নাই?' অভয়ৰ পিনে মুখখন ঘূৰাই বিশ্বনাথবাবুৱে ক্ষীণ মাতেৰে সুধিলে।

অলপ আগলৈকে ঘটি অহা অপ্ৰত্যাশিত ধৰণৰ ঘটনাবোৰৰ কিবা এটা অৰ্থ যেন অভয়ৰ চকুত পৰিব ধৰিছিল। থোকাথুকি মাতেৰে অভয়ে ক'লে—'চেষ্টা কৰিছোঁ। কিন্তু আমি দুখীয়া মানুহ। আমাৰ ছোৱালী মানুহে বিয়া কৰাব নোখোজে।'

আকৌ অলপ পৰ অভয়ৰ চকুলৈ চাই বৈ বিশ্বনাথবাবুৱে সুধিলে —'বাৰু শম্ভুনাথে যদি তোৰ ভনীয়েৰক বিয়া কৰায়?'

'—ককাইদেৱে?'

'—হুঁ তোৰ ককাইদেৱে।'

'—ককাইদেৱে! কিন্তু—।' আনন্দৰ আতিশয্যত অভয়ে কি কৰ বিচাৰি নাপালে।

'—ঘৰৰপৰা কিবা আপত্তি উঠিব পাৰে নেকি ?'

অভয়ে বুজিলে, বিশ্বনাথবাবুৱে জাতকুলৰ কথা কৈছে। কিন্তু জাতকুলৰ কথা লৈ আপত্তি কৰাৰ থল অভয়হঁতৰ নাই। অভয়ৰ মাক অসমীয়া হলেও ককাদেউতাক অনা-অসমীয়া আছিল। বঙালী নে বিহাৰী অভয়েও ভালকৈ নাজানে। অপ্ৰস্তুতভাৱে অভয়ে কলে— 'নাই নাই, আপত্তি আক কেনেকৈ উঠিব। কিন্তু মই ভাবিছোঁ— তাই দুখীয়া মানুহৰ ছোৱালী—দুৰ্ভগীয়া ছোৱালী—তাইৰ ইমান ভাগ্য কেনেকৈ হব পাৰে ?'

'—নাই নাই তেনেকৈ নকবি।' দুৰ্বল হাতখন দাঙি বিশ্বনাথবাবুৱে বাধা দি কৈ উঠিল—'টকা থাকিলেই মানুহ ভাগ্যবান নহয়।'

বিশ্বনাথবাবুৱে আকৌ ওপৰৰ চিলিংখনলৈ চাই ৰ'ল। অভয়ে বুজিলে, বিশ্বনাথবাবুৱে নিজৰ কথাকেই কৈছে। বিশ্বনাথবাবু কোটিপতি। বাবুৱানীকো ৰজাৰ মাদৈ ৰখাদি ৰাখিছিল। কিন্তু আজি মৃত্যুপথযাত্ৰী বিশ্বনাথবাবুক এবাৰ মাত দিবলৈও বাবুৱানী ওচৰত নাই। অভয়ৰ মনটো বাবুৱানীৰ প্ৰতি বিতৃষ্ণাৰে ভৰি গ'ল। মন গ'ল চিঞৰি কৈ দিয়ে—বাবুৱানীৰ কাৰণে বেজাৰ নকৰিব। বাবুৱানী বেয়া চৰিত্ৰৰ ছোৱালী। অবিশ্বাসিনী। কিন্তু বাবুৱানীৰ অন্তৰ্ধানৰ বাবে আওপকীয়াভাৱে হলেও অভয়ো জগৰীয়া নহয়নে ? হয়তোবা সেই ঘটনাটোৰ পিচৰেপৰাই বাবুৱানীৰ মন-মেজাজ বেয়া হৈ আছিল। সামান্য কথাতে বিশ্বনাথবাবুৰ লগত খুটখাট লাগি ফিৰিঙতিৰপৰা খাণ্ডৱদাহ হৈ গ'ল।—বিশ্বনাথবাবুৰ পিনে চাই থাকিবলৈ অভয়ে কিবা এটা অবুজ ধৰণৰ অস্বস্তি অনুভৱ কৰিছিল। অভয় তলমুৰা হ'ল। কেইটামান অস্বস্তিকৰ মুহূৰ্ত পাৰ হৈ গ'ল।

এবাৰ এটা দীঘল হুমুনিয়া পেলাই বিশ্বনাথবাবুৱে ক'লে— 'বাক সেইবোৰ যাবলৈ দে। শম্ভুনাথৰ বিয়াখন চাই যাবলৈ মই হয়তো সময় নাপাম। তহঁতৰ পিনৰপৰা যদি আপত্তি নাথাকে

ভনীয়েৰক এবাৰ মোৰ ওচৰলৈ লৈ আহিবি। মই দেখা নাই। চাই যাম।'

দোতলাৰপৰা চিঁৰিয়েদি নামি আহি তলৰ মহলাৰ মজিয়াত ভৰি দিওঁতেই অভয়ৰ চকুত পৰিল শম্ভুনাথে জীপখন লৈ ওলাই গৈছে।

খবৰটো দিবলৈ অভয়েও সোনকালেই ঘৰলৈ ওভতাৰ কথা ভাবিছিল। কিন্তু এনেতে মেনেজাৰে অভয়ৰ পিনে চাই ক'লে—'আহ অভয়, বহহি। কথা পাতোঁ।'

॥ তেৰ ॥

আনদিনাখন অভয় কামৰপৰা আহি পাওঁতে ৰাতি দুপৰ হলেও সেইদিনা আবেলিতে উভতিল। অৱশ্যে আৰু অলপ সোনকালেই উভতিব পাৰিলেহেঁতেন। কিন্তু মেনেজাৰে অভয়ক আটক কৰি থৈ দিলে। ভালেমান পৰ কথা-পাতিলে। অভয়ৰ আত্মীয়-স্বজন অণ্ডহী-বণ্ডহীসকলৰ খা-খবৰ ললে। কোন ক'ত আছে—কোনে কি কৰে। শম্ভুনাথৰ বিয়াৰ কথাও ওলাইছিল। কেনেকৈ কি হ'ল। কালি ৰাতি উকীল-মহৰীৰ দলটো বিদায় হোৱাৰ পিচতো শম্ভুনাথ ভালেমান পৰ বিশ্বনাথবাবুৰ ওচৰত ৰহি আছিল। বহুপৰ নিতাল মাৰি থকাৰ পিচত বিশ্বনাথবাবুৱে শম্ভুনাথক কৈছিল—'ভাবিছিলোঁ বহুদিন নহলেও আৰু অন্ততঃ কেইটামান দিন বাচি থাকিম। কিন্তু এতিয়া মই গম পাইছোঁ যি কোনো মুহূৰ্ত্ততে মই চকু মুদিব পাৰোঁ। তোৰ কিবা কবলগীয়া আছে যদি কৈ ল।'

ভালেমান পৰ তলমুৰা হৈ থকাৰ পিচত শম্ভুনাথে কৈছিল—'বাৰু মই যদি এজনী খুব দুখীয়া মানুহৰ ছোৱালী বিয়া কৰাওঁ তুমি বেয়া পাবা নেকি?'

'—কোন ছোৱালী?' বৰ বেছি হেঁচা নিদিলেও বিশ্বনাথবাবুৱে

মেনেজাৰৰ হতুৱাই শম্ভুনাথৰ আগত মাজে মাজে বিয়াৰ কথা উলিয়াইছিল। কিন্তু শম্ভুনাথৰ পিনৰপৰা সঁহাৰি নোপোৱাত কথাটো শেষলৈ তল পৰি গৈছিল। হঠাতে শম্ভুনাথৰ নিজৰ মুখৰপৰাই বিয়াৰ কথা শুনি বিশ্বনাথবাবু কৌতূহলিত হৈ পৰিছিল।

'—যদি কওঁ আমাৰ অভয়ৰ ভনীয়েক ?'

একো নামাতি অকবাৰ দৰে বিশ্বনাথবাবুৱে শম্ভুনাথৰ চকুলৈ চাই আছিল। শম্ভুনাথে আকৌ ব্যস্তভাবে কৈ উঠিছিল—'অৱশ্যে যদি তোমাৰ তিলমাত্ৰও আপত্তি থাকে মই বিয়া নকৰাওঁ। তুমি খোলা মনেৰে কোৱা।'

সৰু হাঁহি এটা মাৰি শম্ভুনাথৰ পিঠিত হাত বুলাই বিশ্বনাথবাবুৱে সুধিছিল—'তই মোক আগেয়ে কোৱা নাছিলি কেলৈ ?'

একো নামাতি অভয় তলমুৱা হৈছিল। অলপ বৈ বিশ্বনাথবাবুৱে নিজেই কব ধৰিছিল—'অৱশ্যে আগেয়ে সুস্থিৰে ভালেই কৰিলি। টকাৰ গৰমত কি কৈ দিলোঁহেঁতেন ঠিক নাই। কিন্তু এতিয়া মই বুজিব পাৰিছোঁ—টকা-পইচা, ধন-দৌলত চব মিছা। এই আছে, এই নাই। দুখীয়া হলেও অভয় খাটি মানুহ। তাৰ গাত ভাল মানুহৰ তেজ আছে। তাৰ ভনীয়েকো বেয়া হব নোৱাৰে। আৰু তোকো মই জানো। কোনো বেয়া বস্তুত তোৰো চকু পৰিব নোৱাৰে।'

তাৰ পিচত মেনেজাৰ তাৰপৰা উঠি আহিছিল। মেনেজাৰ উঠি অহাৰ পিচতো বাপেক পুতেকে ভালেমান পৰ কথা পাতিছিল।

অভয়ক সোনকালে ওভতা দেখি মাকে সুধিলে—'আজি দেখোন এতিয়াই উভতিলি ?'

'আহিলোঁ আৰু কাম শেষ হ'ল। চাওঁ পানী এগিলাচ আনচোন। বৰ পিয়াহ লাগিছে।' কাপোৰ-কানি সলাবলৈ অভয় নিজৰ কোঠালীটোত সোমাল।

অলপ পিচতে নেমু টেঙাৰ চৰবত এগিলাচ হাতত লৈ অভয়ৰ

মাক সোমাই আহি কলেহি—'আজি বাতিপুৱা মালিকৰ বৰ পুতেক আহিছিল।'

অভয়ে বুজিলে অথনি জীপ লৈ শম্ভুনাথ এইফালেই আহিছিল। কিন্তু কিয় আহিছিল? বিয়াৰ খবৰ দিবলৈকে নহয়তো? অভয়ে সুধিলে—'কিয় আহিছিল? কিবা কৈ গৈছে নেকি?'

'—জানো মই লগেই নাপালোঁ। পিচফালে শাকনিবাৰীত সোমাই আছিলোঁ। আৰতিৰ লগত অলপ পৰ কথা পাতিয়েই গুচি গ'ল। তাইক সুধিছিলোঁ—কেলৈ আহিছিল। তায়ো দেখোন একো নামাতিলে।'

'—আৰতি কলৈ গ'ল?' চৰবতৰ গিলাচত সোহা মাৰি অভয়ে সুধিলে।

'—নিজৰ কোঠালীতে বহি আছে। কিবা বোলে স্কুলৰ পঢ়া আছে।'

'—যাচোন পঠিয়াই দেগৈ।'

মাক ওলাই যোৱাৰ অলপ পিচতে আৰতি সোমাই আহিল। অভয়ৰ চকুত পৰিল আৰতিৰ মুখখন বৰকৈ ৰঙা পৰিছে। এনেয়ে বগী ছোৱালী। গোটেইজনী সেন্দুৰীয়া আমটোৰ দৰে হৈ পৰিছে। আৰতি আহি অলপ আঁতৰত থিয় হৈ ৰ'ল। অভয়ে মাতিলে—'চাওঁ এইপিনে আহচোন।'

কুচিমুচি আৰতি দুখোজমান আগুৱাই আহিল। আৰতিৰ মুৰৰপৰা ভৰিলৈকে অভয়ে এবাৰ চকু ফুৰাই চালে। আৰতি অলপ অলপকৈ কঁপিব ধৰিছিল। গাৰ চাদৰখনো বহলাই মেলি লৈ সোঁহাতখন ঢাকি লৈছিল। অভয়ৰ কিবা এটা সন্দেহ হ'ল। 'চাওঁ অলপ ওচৰলৈ আহচোন' বুলি আৰতিক টানি অনাৰ ছলেৰে লুকুৱাই থোৱা হাতখন অভয়ে চাদৰৰ তলৰপৰা উলিয়াই আনিলে। আৰতিৰ মাজৰ আঙুলিত জিলিকি উঠিল এটা হীৰাৰ আঙঠি। —আঙঠিটো অভয়ে শম্ভুনাথৰ কেঞা আঙুলিত দেখিছিল।

শম্ভুনাথৰ মুখতেই অভয়ে শুনিছিল, এই আঙঠিটোকেই হেনো শম্ভুনাথৰ মাকক বিশ্বনাথবাবুৱে বিয়াৰ ৰাতি উপহাৰ দিছিল।

অভয়ে আঙঠিটো লিৰিকি-বিদাৰি চাৰ খোজোঁতেই হাতখন টান মাৰি আনি বেৰৰ পিনে মুখ দি আৰতিয়ে দুই হাতৰ তলুৱাৰে মুখ লুকুৱালে। ক্ষন্তেক পৰ চাই বৈ আৰতিৰ মুৰত এবাৰ হাত ফুৰাই অভয়ে ৰান্ধনিঘৰৰ পিনে খোজ ললে।

মাকে ৰান্ধনিঘৰত বহি কিবা বন কৰি আছিল। ওচৰতে মূঢ়া এটা পাৰি লৈ বহি অভয়ে অমুচ্চ স্বৰত নতুন খবৰবোৰ কলে। চেপা উত্তেজনাত কঁপা মাতেৰে মাকে সুধিলে—'দেউতাৰে গম পাইছেনে নাই?'

'—এতিয়া কোৱাৰ দৰকাৰ নাই। মিছাতে হুলস্থুলখন লগাই দিব। কাৰো আগত নকৰি। মইনাহঁতৰ আগতো নকৰি।' বাধা দি অভয়ে কৈ উঠিল।

॥ চৈধ্য ॥

নতুন ঘৰলৈ অহাৰ পিচৰেপৰা চন্দ্ৰনাথৰ বন্ধু-বান্ধবৰ সংখ্যা আৰু বাঢ়িছে। বিশেষকৈ মহৰী হৰিলাল চন্দ্ৰনাথৰ গাত জেঁাক লগাদি লাগি আছে। বিশ্বনাথবাবুৱে নতুন ঘৰটোৰ উপৰিও নগদ দুই লাখ টকা চন্দ্ৰনাথৰ নামত লিখি দিছিল। কিন্তু হৰিলালে বুজাইছিল যিহেতুকে চন্দ্ৰনাথক ব্যৱসায়ত ভাগ দিয়া হোৱা নাই চন্দ্ৰনাথে আৰু দুই লাখমান টকা বেছি পোৱা উচিত। তাৰোপৰি আজিকালিৰ দিনত দুই লাখ টকানো কি! চন্দ্ৰনাথ যিহে দিলদৰিয়া মানুহ— দুদিনতে উৰি যাব। অৱশ্যে টকা-পইচা, ব্যৱসায় বিশ্বনাথবাবুৰেই বস্তু যেতিয়া যাকে মন যায় তেওঁ দি যাব পাৰে। মোকৰ্দমা কৰিও লাভ নাই। গতিকে বহু ভাবি-চিন্তি হৰিলালে এটা উপায় উদ্ভাৱন

কৰিছিল। চন্দ্ৰনাথৰো উপায়টো পছন্দ হৈছিল। বিশ্বনাথবাবুৱে কেলেঙ্কাৰীলৈ বৰ ভয় কৰে। কেলেঙ্কাৰীৰ ভয় দেখুৱাই হৰিলালৰ পৰামৰ্শমতে চন্দ্ৰনাথে বাপেকলৈ এখন চিঠি লিখিছিল। চন্দ্ৰনাথে লিখিছিল—যিহেতুকে চন্দ্ৰনাথ বিশ্বনাথবাবুৰ পুতেক, বিশ্বনাথবাবুৰ গোটেই ধন-সম্পত্তিৰ আধা ভাগ নাপালেও আৰু অন্ততঃ দুই লাখমান টকা পোৱা উচিত। যদি বিশ্বনাথবাবুৱে নিদিয়ে চন্দ্ৰনাথে আদালতৰ সহায় লবলৈ বাধ্য হব। চন্দ্ৰনাথে আদালতত কব যে যিহেতুকে বিয়াৰ ছমাহ পিচতেই শম্ভুনাথৰ জন্ম হৈছিল শম্ভুনাথ বিশ্বনাথবাবুৰ ঔৰসজাত পুতেক হয়নে নহয় সেইটো সন্দেহজনক কথা। তাৰোপৰি চন্দ্ৰনাথে আদালতত প্ৰমাণ কৰি দেখুৱাব যে বাপেকৰ শাৰীৰিক আৰু মানসিক বৈকল্যৰ সুযোগ লৈ শম্ভুনাথে এই উইলখন কৰাই লৈছে।

চিঠিখন অন্যতম অন্তৰঙ্গ বন্ধু হৰেকৃষ্ণৰ হাতত বিশ্বনাথবাবুলৈ পঠিয়াই দি চন্দ্ৰনাথে নতুন বটল এটা খুলি লৈ বহিছিল। এনেতে ব্যস্তভাবে মইনা সোমাই আহিল। এইকিদিন মইনাৰ লগতো চন্দ্ৰনাথৰ সঘনে গোপন বৈঠক বহিছিল। চন্দ্ৰনাথে সুধিলে—'কিবা খবৰ আছে নেকি?'

'—মোৰ এটা মজাৰ বুদ্ধি খেলাইছে।' চাৰিওপিনে এবাৰ সন্ত্ৰস্তভাবে চাই লৈ মইনাই কব ধৰিলে—'তই আজি ৰাতি নমান বজাত কেতেকী চিনেমাহলৰ কাষৰ সেই দিলখোচ ৰেষ্টুৰেণ্টৰ ওচৰত গাড়ী লৈ ৰৈ থাকিবি।'

'—তাৰ পিচত?' চন্দ্ৰনাথৰ ঘোলা চকুহালত লুভীয়া শিয়ালৰ চাৱনি ফুটি উঠিল।

মইনাই চন্দ্ৰনাথৰ কাণে কাণে ফুচফুচাই কিবা এটা ক'লে।

'—কিন্তু তাইক ৰাতি ঘৰৰপৰা উলিয়াই আনিবি কেনেকৈ?' চিন্তিতভাবে চন্দ্ৰনাথে সুধিলে।

'—চিনেমা দেখুৱাবলৈ লৈ আহিম।'

'—চিনেমা দেখুৱাবলৈ ? তাৰ মানে তোৰ লগত চিনাকি আছে নেকি ?' বিস্ময়ত চন্দ্ৰনাথৰ মুখখন মেল খাই গ'ল।

আৰতি যে মইনাৰ ভনীয়েক চন্দ্ৰনাথে নাজানিছিল। জনাৰ অৱশ্যে উপায়ো নাছিল। চন্দ্ৰনাথ পৰাপক্ষত কাৰো ঘৰলৈ নাযায়। বহুদিনৰ আগেয়ে কিবা এটা এবাৰ নোহোৱা কাৰণত মইনাহঁতৰ ঘৰলৈ এবাৰ গৈছিল যদিও আৰতি তেতিয়া ঘৰত নাছিল। মইনাইও আৰতিৰ আচল পৰিচয় দিয়া নাছিল। গহীনভাবে মইনাই ক'লে—'চিনাকি নাছিল। চিনাকি হৈ লওঁ।—তোৰ কাৰণেই।'

'—বাঃ তইতো কম মানুহ নহয় -।' এইবাৰ চন্দ্ৰনাথৰ চকুত ফুটি উঠিল বিমুগ্ধ প্ৰশংসাৰ চাৱনি।

চিনেমাৰ টিকেটৰ কাৰণে চন্দ্ৰনাথৰপৰা টকা দহটা লৈ মাতব্বৰী সুৰত মইনাক ক'লে—'বাক মই যাওঁ। চব ঠিক হৈ যাব। কিন্তু চৰ্তকিটা মনত ৰাখিবি। এইবোৰ কথা কোনো মানুহেই জানিব নালাগিব। তই ফিল্ম এখন কৰিবলৈ টকা দিব লাগিব আৰু তাইক হিৰোইন কৰি লব লাগিব।'

মৌখিক প্ৰতিশ্ৰুতি চন্দ্ৰনাথে কেবাবাৰো দিছে যদিও শেষৰ চৰ্তটোৰ কথা মইনাই বাৰে বাৰে উলিয়ায়—হয়তোবা নিজকে সান্ত্বনা দিবৰ কাৰণেই। মইনাইতো আৰতিৰ একো অনিষ্ট কৰিব খোজা নাই। বৰঞ্চ তাইৰ জীৱনটোক এটা নতুন গঢ় দিব খুজিছে।

'—ঠিক আছে।' টেবুলত এটা চাপৰ মাৰি চন্দ্ৰনাথে কৈ উঠিল—'চন্দ্ৰনাথে কেতিয়াও কথাৰ খিলাপ নকৰে। কিন্তু চাৰি ভাই, তোৰ লগত তাইৰ ইমান দহৰম-মহৰম আছে যেতিয়া তই আচল ৰসখিনি খাই মোক হলে চোকোৰাবোৰ খুৱাবি।'

একো নামাতি মইনা ওলাই গ'ল।

॥ পোন্ধৰ ॥

ৰাতি দহমান বজাত ক'ৰবাৰপৰা ঘূৰি আহি অভয়ে শুনিলে মইনাৰ সৈতে চিনেমা চাবলৈ গৈ আৰতি তেতিয়াও উভতি অহা নাই। অদ্ভুতে আৰতিয়ে অভয়ক সুধিয়েই গৈছিল। অভয়েও আনন্দেৰেই অনুমতি দিছিল। মইনা ল'ৰাটো বৰ বনৰীয়া হৈ পৰিছে। ঘৰখনৰ প্ৰতি টান নোহোৱা হৈ গৈছে। ভনীয়েকৰ লগত চিনেমা চাবলৈ যাব খোজা দেখি অভয়ে পেটে পেটে ভালেই পাইছিল। তাৰোপৰি ৰাতিপুৱাৰেপৰা অভয়ৰ মনটোও বৰ পাতল পাতল লাগি আছিল।

ৰাতিপুৱা আৰতিক অভয়ে বিশ্বনাথবাবুৰ ওচৰলৈ লৈ গৈছিল। বিছনাৰ ওচৰতে টুল এখনত বহুৱাই লৈ বিশ্বনাথবাবুৱে ভালেমান পৰ আৰতিলৈ একেথৰে চাই আছিল। ঘামি-জামি আৰতিয়ে মুখখন যথাসম্ভৱ তললৈ নমাই দিছিল। মেনেজাৰবাবুৱে সৰু ধুনীয়া বাকচ এটা আনি বিশ্বনাথবাবুৰ মূৰৰ শিতানত থকা টিপয়খনত থৈছিলহি। থৰক্-বৰক্ হাতেৰে বিশ্বনাথবাবুৱে বাকচটো খোজোতে মেনেজাৰে বাকচটো খুলি ৰং-বিৰঙৰ মণি খটোৱা সোণৰ হাৰ এডাল উলিয়াই বিশ্বনাথবাবুৰ হাতত তুলি দিছিল। কঁপা হাতেৰে বিশ্বনাথবাবুৱে হাৰডাল আৰতিৰ ডিঙিত পিন্ধাই দিছিল। মেনেজাৰৰ কথামতে আৰতিয়ে বিশ্বনাথবাবুক সেৱা কৰিছিল। মুখৰ ভিতৰতে বিৰবিৰাই কিবাকিবি কৈ বিশ্বনাথবাবুৱে আৰতিৰ মূৰত হাত ফুৰাই দিছিল। হয়তোবা আশীৰ্বাদ কৰিছিল। তাৰ পিচত বিশ্বনাথবাবুৱে থৰ লাগি আন এফালে চাই ৰৈছিল। দুটোপাল চকুপানী বাগৰি আহিছিল। অভয়ৰো চকু দুটা পোৰা পোৰা যেন লাগিছিল। ববযুগৰ পিচত অহা সেমেকা অথচ পাতল বতাহজাকৰ দৰে মন এটা লৈ অভয় ভনীয়েকৰ সৈতে উভতি আহিছিল। এতিয়াও অনাহক উৎকণ্ঠাৰে মনটো

পধুৰ কৰি পেলাবলৈ অভয়ৰ ভাল নালাগিল। হয়তোবা চিনেমা চাই উঠি আৰতিহঁত কোনোবা ৰেষ্টুৰেণ্টত চাহ খাবলৈ সোমাইছে। নিশ্চিন্ত হবলৈ চেষ্টা কৰি অভয়ে মাকক ভাত বাঢ়িবলৈ ক'লে।

আজিকালি ভাতৰ পাতত বহি অভয়ে মাকৰ লগত ভালেমান পৰ কথা পাতে, বিশেষকৈ ৰাতি। বিশ্বনাথবাবুৰ ঘৰৰ খবৰেই বেছিকৈ ওলায়। আজিও অভয়ে খবৰবোৰ কৈ গ'ল। মেনেজাৰে কৈছে, বিয়াৰ আগে আগে অভয়হঁতৰ ঘৰটো মেৰামত কৰাব লাগিব। ঘৰটো নিতান্তই সৰু নহলেও মেৰামতিৰ অভাৱত উৰঁলি যোৱাৰ দৰে হৈছে। খুটা দুটা পচি গৈছে। খুটা দুটা সলাব লাগিব। ভেটিটো পকাৰ হলেও টকাৰ অভাৱত দেউতাকে মজিয়াখন পকা কৰিব নোৱাৰিলে। মজিয়াখন পকা কৰিব লাগিব। চুণ-তেল দিব লাগিব। মেনেজাৰে টিন যোগাৰ কৰিছে। ঘৰৰ খেৰখিনি গুচাই তাত টিন লগাব। চাইচিতি যাবলৈ কাইলৈ মিস্ত্ৰী অহাৰো কথা আছে। আৰতিৰ বিয়াৰ খবৰ দেউতাকক এতিয়াও দিয়া হোৱা নাই। সঁচা কথা কবলৈ গ'লে বিয়াখন হব বুলি অভয়ো সম্পূৰ্ণৰূপে নিশ্চিত হব পৰা নাছিল। অভয়ৰ দেউতাকে শুনা হলে হুলস্থুল লগাই দিলেহেঁতেন। মধুৰ মাকৰো কাণত পৰিলেহেঁতেন। মধুৰ মাকে গোটেইখন ৰজনজনাই ফুৰিলেহেঁতেন। কিন্তু আজি বিশ্বনাথবাবুৱে নিজ হাতেৰে হাৰডাল পিন্ধাই দিয়াৰেপৰা অভয় নিশ্চিন্ত হৈছে। গতিকে বিয়াৰ খবৰো আজি বা কাইলৈ পুৱাতেই দেউতাকক দিব লাগিব।

মুখেৰে হুঁ-হাঁ কৰি গ'লেও অভয়ৰ মাকৰ মনটো আচলতে ক'ৰবাতহে পাৰ আছিল। আৰতিজনী এতিয়াও নাহিল। কিবা বিপদ-আপদ হোৱা নাইতো? যিহে হতভগীয়া ছোৱালী। দাতাই দিলেও বিধাতাই নিদিয়ে। অভয়ৰ কথাৰ মাজতে মাকে এবাৰ কৈ উঠিল—'কাছাৰীৰ ঘণ্টাত দেখোন এঘাৰটাৰ কোৰ পৰিল। ইহঁত হাল দেখোন এতিয়াও নোলালহি!'

এইবাৰ অভয়ৰো গা বাজিল। মুখ-হাত ধুই কামিজটো গাত সুমুৱাই অভয় ওলাই গ'ল। ইমান ৰাতিলৈকে নাহিল যেতিয়া এবাৰ খবৰ কৰি অহা দৰকাৰ। কিন্তু ৰাটলৈ ওলাই আহি অভয় অলপ বিমোৰত পৰিল। চিনেমা হল কেৰাটাও। কোনটোত খবৰ কৰিবগৈ ? চিনেমা হলবোৰলৈ গৈ সুধিবই বা কাক ? ইমান মানুহৰ মাজত কোন আহিল কোন গ'ল কোনে খবৰ ৰাখে। অৱশ্যে মইনাক বহু মানুহেই চিনি পায়। চিনেমা চাবলৈ গৈছিল যদি নিশ্চয় পাণ-চিগাৰেট খাবলৈ ওচৰৰ পাণৰ দোকানলৈও গৈছিল। কোনোবা পাণৰ দোকানীয়ে খবৰ দিব পাৰিবও পাৰে।

এটা এটাকৈ অভয় প্ৰায় আটাইকিটা চিনেমা হললৈকে গ'ল। তেতিয়া ছেকেণ্ড শ্ব'ও শেষ হবলগীয়া হৈছে। ওচৰৰ আটাইকিথন পাণৰ দোকানতে খবৰ কৰিলে। গেট-কীপাৰকিজনকো সুধিলে। কিন্তু কোনেও একো খবৰ দিব নোৱাৰিলে।

সৰ্বশেষত অভয় গ'ল কেতেকী চিনেমা হললৈ। তাতো একো খবৰ নাপাই কি কৰোঁ কি নকৰোঁ ভাবিব ধৰিছে, এনেতে অভয়ৰ মনত খেলালে মইনাহঁত যদি আহিছিল ওচৰৰ ৰেষ্টুৰেণ্টখনত সোমোৱাও অসম্ভৱ নহয়। আগৰ চিনেমা হলকিটালৈ যাওঁতে কেৱল পাণৰ দোকানকিথনতে খবৰ নকৰি আশে-পাশে থকা চাহৰ দোকান-কিথনতো খবৰ কৰা উচিত আছিল।

দিলখোচ ৰেষ্টুৰেণ্টৰ মেনেজাৰে অভয়ক আগৰেপৰা চিনি পায়। অভয়ে পোনে পোনে মেনেজাৰৰ ওচৰলৈ গৈ সুধিলে—'বাৰু আপুনি মোৰ ভাইটো মানে মইনাক চিনি পায়নে ?'

—'পাওঁ, কেলৈ সুধিলে ?' অলপ অপ্ৰস্তুতভাবে মেনেজাৰে ওলোটাই সুধিলে।

—'সি আজি এইফালে আহিছিল নেকি ?'

—'ওঁ—আহিছিল হবলা এবাৰ।' কওঁ-নকওঁকৈ মেনেজাৰে ক'লে।

—'লগত আৰু কোন আছিল ?' ব্যস্তভাৱে অভয়ে সুধিলে।

—'বিশ্বনাথবাবুৰ সৰু পুতেক চন্দ্ৰনাথক দেখা যেন লাগিছিল।'

—'আৰু কোন আছিল?'

অলপপৰ টভক মাৰি কিবা এটা ভাবি মেনেজাৰে ক'লে—'লগত আৰু এজনী ছোৱালী আছিল। তবে বেয়া ছোৱালী নহয়—কোনোবা ভদ্ৰ মানুহৰ ছোৱালী যেনেই লাগিল।'

অভয়ৰ মূৰটো গৰম হৈ উঠিল। সি আহিছিল বাৰু ভনীয়েকক লৈ; কিন্তু চন্দ্ৰনাথক লগত লৈ আহিছিল কেলৈ। চন্দ্ৰনাথক চহৰৰ কোনে চিনি নাপায়?

—'সিহঁতে গ'ল কেনি?'

—'চন্দ্ৰনাথে জীপ লৈ আহিছিল। জীপতেই যোৱা যেন লাগিল। যোৱাও বহুপৰ হ'ল। দুঘণ্টামানৰো ওপৰ হ'ল কিজানি।'

একো নামাতি অভয় কোঁকোৱাই ওলাই আহিল। অভয়ে ঠিক কৰিলে সি আজি মৰিয়াই মইনাৰ মূৰটোকে চেপেটা কৰি পেলাব। এনেকুৱা কাণ্ডজ্ঞানহীন ল'ৰা। গাভৰু ভনীয়েক এজনী লগত লৈ চন্দ্ৰনাথৰ নিচিনা মানুহ এটাৰ সৈতে ৰেষ্টুৰেণ্টত সোমালগৈ! একেখন গাড়ীতে উঠে।

অভয়ে ঘৰমুৱা হৈয়েই খোজ লৈছিল। কিন্তু কিছুদূৰ যোৱাৰ পিচত অভয়ৰ মনত পৰিল—মেনেজাৰে কৈছিল সিহঁত ৰেষ্টুৰেণ্টৰপৰা যোৱা দুঘণ্টামান হ'ল। দুঘণ্টামান হলেতো অভয় ওলাই অহাৰ আগেয়ে সিহঁত ঘৰ পাবগৈ লাগিছিল। চন্দ্ৰনাথৰ ঘৰলৈকে সিহঁত গ'ল নেকি? কথাষাৰ ভবাৰ লগে লগে অভয়ৰ মূৰটো আচন্দ্ৰাই কৰা যেন লাগিল। চন্দ্ৰনাথ কেৱল জঘন্য প্ৰকৃতিৰ মানুহেই নহয়, এটা দুষ্টবুদ্ধিৰ ভঁৰালো। এটা মানুহৰূপী চয়তান। তাতে তাৰ নতুন ঘৰটোও হৈ পৰিছে ৰাজ্যৰ যত গুণ্ডা-বদমাচৰ আড্ডা। জঁপমাৰি অভয় ওচৰৰে বিক্সা এখনত উঠি পৰিল। চন্দ্ৰনাথৰ নতুন ঘৰৰ ঠিকনা অভয়েও জানিছিল। ঠিকনাটো দি বিক্সাৱালাক অভয়ে ক'লে—'জোৰে চলা, বকচিচ্ পাবি।'

চিকাৰত অদ্ভুত চখ থাকিলেও বিশ্বনাথবাবু অসুখত পৰাৰ পিচৰেপৰা শম্ভুনাথ কেনিও বন্দুক লৈ ওলোৱা নাছিল। কিন্তু শম্ভুনাথহঁতৰ বাগিচাৰপৰা মানুহ আহি খবৰ দিলেহি—তাত এটা বাঘ ওলাইছে। বাঘটোৱে গৰু-ছাগলীৰ উপৰি মানুহো এটা মাৰিছে। বাঘটো নামাৰিলে তাত মানুহ থাকিবলৈও ভয় কৰা হৈছে।

একপ্ৰকাৰ উপায়বিহীন হৈয়েই শম্ভুনাথ আকৌ বন্দুক লৈ ওলাই যাবলগীয়া হৈছিল। গধূলিবেপৰা হাতীৰে হাবি তহিলং কৰিও বাঘটো বিচাৰি নাপাই অৱসন্ন মনেৰে শম্ভুনাথ জীপত উভতি আহিছিল। শম্ভুনাথেই জীপখন চলাইছিল।

আগেয়ে চিকাৰলৈ গলে শম্ভুনাথে প্ৰায়েই অভয়ক লগত লৈ যায়। কিন্তু বিয়াৰ কথা ওলোৱাৰ পিচৰেপৰা শম্ভুনাথে অভয়ক দেখিলে অলপ অস্বস্তি অনুভৱ কৰা হৈছে।

ঘৰৰ ওচৰ পাই শম্ভুনাথে দেখিলে গেটৰ ওচৰত ক'লা দঁতুৱা মানুহ এটা থিয় হৈ আছে। চেহেৰাটো অলপ চিনাকি চিনাকি যেন লাগিলেও মানুহটো ক'ত দেখিছিল শম্ভুনাথৰ মনত নপৰিল। জীপখন ৰখাই শম্ভুনাথে জীপৰপৰাই সুধিলে—'কাক বিচাৰিছে?'

অলপ সঙ্কুচিতভাবে আগবাঢ়ি আহি শম্ভুনাথৰ হাতত চিঠি এখন দি মানুহটোৱে কলে—'চন্দ্ৰনাথবাবুৱে দি পঠিয়াইছে।'

চিঠিখন হৰেকৃষ্ণৰ হাতত চন্দ্ৰনাথে আবেলিতেই দিছিল। চিঠি কঢ়িওৱাৰ পুৰস্কাৰস্বৰূপে টকা দহটাও দিছিল। টকা দহটা পাই চিঠিখন জেপত লৈয়েই হৰেকৃষ্ণ চোৰাই মদৰ দোকান এখনত সোমাল। যেতিয়া নিচা ফাটিল তেতিয়া বহু ৰাতি হৈ গৈছিল। হৰেকৃষ্ণৰ মনত পৰিল চিঠিখন আজিয়েই বিশ্বনাথবাবুৰ ঘৰত পৌচাই

দিয়াৰ কথা চন্দ্ৰনাথে কৈছিল। হৰেকৃষ্ণই পোনে পোনেই বিশ্বনাথবাবুৰ ঘৰলৈ খোজ লৈছিল। কিন্তু ঘৰটো এন্ধাৰ যেন হৈ থকা দেখি সোমাবলৈও ইতস্ততঃ কৰিব ধৰিছিল। অলপতে শ্ৰীঘৰৰ-পৰা ওলাই আহিছে। চন্দ্ৰনাথৰ বন্ধু বুলি গম পাই শম্ভুনাথে পুলিচত গতাই দিলে কেইমাহৰো আকৌ সোমাই থাকিবলগীয়া হয় কোনে জানে? চিঠিখন দিয়েই হৰেকৃষ্ণই তাৰ শুকান তৰি ছুটাবে পাৰেমানে কোবেৰে তাৰপৰা আঁতৰিছিল।

শম্ভুনাথে চিঠিখন হাতত লৈ জীপত আকৌ ষ্টাৰ্ট দিব খুজি থমকি ৰ'ল। ইমান ৰাতি চন্দ্ৰনাথে কি খবৰ পঠিয়াইছে? চিকাৰৰ টৰ্চ লাইটটোকে জ্বলাই শম্ভুনাথে চিঠিখন পঢ়ি শিলৰ মূৰ্তিৰ দৰে তাতে ভালেমানপৰ থৰ হৈ বহি ৰ'ল। তাৰ পিচত কিবা এটা ভাবি চিঠিখন জেপত ভৰাই শম্ভুনাথে জীপত ষ্টাৰ্ট দিলে।

হেড্‌লাইটৰ পোহৰ দেখি বিশ্বনাথবাবুৰ লগুৱা ৰঘুৱা ওলাই আহিছিল। কিন্তু জীপখন গেটৰ মুখৰপৰাই ঘূৰি যোৱা দেখি ভাবিলে—চাগে আন কাৰোবাৰ জীপ। কিবা কাৰণত ৰৈছিল।

ৰঘুৱা আকৌ উভতি গ'ল।

॥ সোতৰ ॥

অভয় যেতিয়া গৈ চন্দ্ৰনাথৰ ঘৰৰ গেটৰ মুখত বিক্সাৰপৰা নামি পৰিল, ওচৰ-পাজৰৰ মানুহ শুই পৰিছিল। ওপৰ মহলাৰ কোঠালী এটাত সেউজীয়া লাইট্ এটা জ্বলি থাকিলেও চন্দ্ৰনাথৰ ঘৰটোও নিজুম হৈ আছিল। আধাবাটৰেপৰা আমনি কৰি থকা দেখি ৰিক্সাৱালাটোক বিদায় দি অভয়ে গেটখনৰ পিনে দুখোজমান আগুৱাই গৈয়েই থমকি ৰ'ল। দোতলাৰ কাষত ৰৈ থকা জীপখন দেখি চন্দ্ৰনাথ ঘৰলৈ উভতি আহিছে বুলি গম পালেও নিজান হৈ থকা ঘৰটোলৈ চাই তাত আৰতিইঁত নাই বুলি অভয়ৰ সন্দেহ হ'ল। আহিলেও হয়তোবা

ইতিমধ্যে উভতি গৈছে। অভয়েও উভতি যোৱাৰ কথাকেই ভাবিছিল, কিন্তু খাটাং খবৰ এটা নোলোৱাকৈ উভতি যাবলৈ মন নগ'ল। কি কৰে কি নকৰে ভাবিব ধৰিছে, এনেতে অভয়ৰ চকুত পৰিল মানুহ এটা ওচৰৰ পাণৰ দোকান এখনৰ ভিতৰৰপৰা জাপ খুলি ওলাই আহিছে। সম্ভৱতঃ পাণৰ দোকানীয়েই। ৰাতিও হয়তো দোকানতে থাকে। —অভয়ক গেটৰ মুখত তেনেকৈ থিয় হৈ থকা দেখি মানুহটোৱেও অলপ কৌতূহলিতভাৱে অভয়লৈ চাইছিল। অলপ ওচৰ চাপি দেখে অভয়ে মানুহটোৰ লগত কথা পাতিলেগৈ। অভয়ে ভবাটোৱেই সঁচা। মানুহটো পাণৰ দোকানীয়েই। পাণৰ দোকানীয়েও চন্দ্ৰনাথক এহাল ডেকা-গাভৰুৰ সৈতে জীপত উভতি অহা দেখিছিল। অহা কেইবা ঘণ্টাও হ'ল। অলপ আগলৈকে সি দোকানতে বহি আছিল। কিন্তু চন্দ্ৰনাথৰ ঘৰৰপৰা কোনো ওলাই যোৱা তাৰ চকুত পৰা নাই।

দোকানীৰ লগত কথা পাতি থাকোঁতেই জীপ এখন আহি ঘপহকৈ গাৰ কাষতে ৰৈ গ'লহি।

'—অভয় নেকি? ইমান ৰাতি ইয়াত কি কৰিছহি?' জীপৰপৰা ব্যগ্ৰভাৱে নামি আহি শম্ভুনাথে সুধিলেহি।

একো নামাতি অভয়ে ইতস্ততঃ কৰিব ধৰিছিল। শম্ভুনাথৰ লগত আৰতিৰ বিয়াৰ বন্দৱস্ত আজি পকা হৈ গৈছে। এই অৱস্থাত আৰতিয়ে মাজৰাতিলৈকে চন্দ্ৰনাথৰ ঘৰত সোমাই থকাৰ কথা শুনিলে শম্ভুনাথেই বা কি ভাবিব?

উত্তৰ নাপাই শম্ভুনাথে আকৌ সুধিলে—'ইমান ৰাতি ইয়াত কি কৰিছহি?' কথাষাৰ সুধি শম্ভুনাথে চন্দ্ৰনাথৰ দোতলাটোৰ পিনে চাই পঠিয়াইছিল। অভয়ে অলপ পাকত পৰাৰ দৰে পালে। নিজৰ ভায়েক হলেও চন্দ্ৰনাথ বেলেগ হৈ আছিছে। টকা-পইচাৰ কথা লৈ কিবাকিবি খুট-খাট লাগিছিল বুলিও শুনা যায়। একো নামাতিলে শম্ভুনাথে অভয়কো চন্দ্ৰনাথৰ লগত কিবা যোগাযোগ থকা বুলি ভাবিব পাৰে। কওঁ-নকওঁকৈ অভয়ে কথাবোৰ ক'লে।

কেইটামান মুহূর্ত শম্ভুনাথ নিশ্চলভাৱে থিয় হৈ ৰ'ল। তাৰ পিচত ঘপহকৈ ক'লে, 'ব'লচোন চাওঁগৈ।'

অভয়ো পিচে পিচে গ'ল। গেট খুলি দুখোজমান গৈয়েই থমকি ৰৈ শম্ভুনাথে ক'লে—'গাড়ীত ৰাইফলটো আছে, লৈ আহ। সাৱধানে আনিবি—মেগাজিনত গুলী আছে।'

শম্ভুনাথ চিকাৰলৈ যোৱাৰ খবৰ অভয়েও পাইছিল। তাৰোপৰি ভাবিলে—ৰাতি তেনেকৈ বন্দুক-বাৰুদ এৰি থৈ অহাও নিৰাপদ নহয় বুলি ভাবিয়েই হয়তো শম্ভুনাথে কথাষাৰ কৈছে।

আগছিটত আওঁজাই থোৱা ৰাইফলটো তুলি লৈ অভয়ে শম্ভুনাথৰ পিচে পিচে খোজ ললে।

॥ ওঠৰ ॥

এইকিদিনৰ ভিতৰত হোৱা নাটকীয় ঘটনাবোৰৰ কথা অভয়ৰ বাপেকৰ আগত কৰলৈ মাকৰ মনটো উচ্পিচাই আছিল। কিন্তু অভয়ে মানা কৰা কাৰণেই মুখ মেলিব পৰা নাছিল। আজি অভয়ৰপৰা অনুমতি পাই অভয় ওলাই যোৱাৰ পিচতেই মাক অভয়ৰ দেউতাকৰ ওচৰ পালেগৈ।

অভয়ৰ দেউতাকৰ ৰাতি টোপনি ভাল নহয়। পাঁচ মিনিট শুলে দহ মিনিট সাৰ পাই থাকে। দেউতাকৰ টোপনি অহা নাছিল। বিছনাতে ইকাটি সিকাটি কৰি আছিল। অভয়ৰ মাকে কথাষাৰ কোৱাৰ লগে লগে অভয়ৰ দেউতাক বিছনাতে জঁপ মাৰি বহাদি বহি বহুপৰ অঁকৰাৰ দৰে চাই ৰ'ল। বিয়াৰ খবৰৰ লগতে অভয়ৰ মাকে অভয়ৰ নতুন চাকৰিৰ কথাও ক'লে। পিচদিনাখন ঘৰ মেৰামত কৰিবলৈ মিস্ত্ৰী অহাৰ কথাও ক'লে।

আৰু কিছুপৰ নিতাল মাৰি থাকি দেউতাকে ক'লে—'হওক তেও—মইনাটোৰো এটা ব্যৱস্থা হ'ল। চোকা বুদ্ধিৰ ল'ৰা। টকা-পইচাৰ টানত পঢ়াশুনা বন্ধ নহলে সি এটা মানুহ হ'ব।'

॥ উনৈশ ॥

অভয়ৰ সৈতে শম্ভুনাথে চন্দ্ৰনাথৰ ঘৰৰ পিনে আগবঢ়াৰ পিচতো আদহীয়া পাণদোকানীটো গেটৰ মুখতে থিয় দি আছিল—ঘটনাটো কোনফালে ঢাল লয় তাৰে বুজ লবলৈ।

দোতলালৈ উঠি যোৱা খটখটিটো বাটৰপৰাই দেখি। খট-খটিটোৰে উঠি গৈয়েই প্ৰথম যিটো কোঠা পায় তাতেই সেউজীয়া লাইটটো জ্বলি আছিল। মানুহহাল উঠি গৈ দুৱাৰত ঢকিয়াব ধৰিলে। হয়তোবা ভৰিৰেও গুৰিয়াইছিল। নহলে ইমান শব্দ নহয়। এবাৰ দুৱাৰখন খোল খাই গ'ল। মানুহহালো ভিতৰলৈ সোমাই গ'ল। ক্ষন্তেক পিচতে কোঠালীৰপৰা কোনোবা এটা ওলাই আহি খটখটিয়েদি বিস্বাশবদে নামি আহিল। পিচে পিচে জোটাপুটি লগাই ওলাই আহিল অলপ আগেয়ে ভিতৰলৈ সোমাই যোৱা মানুহহালো। দুৱাৰখন খোল খাই যোৱাত কোঠালীটোৰ ভিতৰত জ্বলি থকা সেউজীয়া লাইটৰ পোহৰ আহি বাৰাণ্ডাতো পৰিছিল। মানুহহালৰ জোটাপুটিখন দেখি পাণৱালাই বুজিলে কোনোবা এটাই আনটোৰ হাতৰপৰা ৰাইফলটো কাঢ়ি লবলৈ চেষ্টা কৰিছে। কিন্তু এবাৰ তাৰে এটা বাৰাণ্ডাৰ এচুকত উফৰি পৰিল। লগে লগে আনটো মানুহে ৰাইফল তুলি নিচান কৰিলে খট্‌খটিয়েদি পলাই অহা মানুহটোলৈ। মানুহটো আহি তেতিয়া গেট পাইছিলহি। এনেতে ৰাইফলৰ নলীয়েদি বাহিৰ হৈ গ'ল একোলোকা জুই। লগে লগে ৰাতিৰ আকাশ বিদীৰ্ণ কৰি কাণ তালমৰা শব্দেৰে গৰজি উঠিল বনৰীয়া হাতী বগৰাই পেলাব পৰা পাঁচ শ ব'ৰৰ শক্তিশালী ৰাইফল। পলাই অহা মানুহটোও কেইহাতমান উফৰি গৈ ধঁাচকৈ মাটিত পৰি গ'ল। একে লৰে দোকানত সোমাই পাণৱালাই দোকান বন্ধ কৰিলেগৈ।

······সেইদিনা ৰাতি আৰু কেইটামান ঘটনা ঘটিছিল। সংজ্ঞাহীন আৰতিক মাকৰ হাতত চমজাই দি ডাক্তৰ আনিবলৈ যাওঁ বুলি অভয় আহি পুনৰ শম্ভুনাথৰ গাড়ীত উঠিছিল। এটা অঁকোৱা-পকোৱা বাটেৰে শম্ভুনাথে গাড়ীখন চলাইছিল। ওবেবাটে অভয়ে শম্ভুনাথক কিবাকিবি বুজাইছিল। প্ৰথমে শম্ভুনাথে প্ৰতিবাদ কৰি গৰজি উঠিছিল। কিন্তু শেষলৈ সৈমান হৈ আহিছিল। শম্ভুনাথহঁতৰ ঘৰ পোৱাৰ অলপ আগেয়ে অভয় নামি পৰিছিল। গাড়ীৰপৰা শম্ভুনাথো নামি পৰিছিল। অভয়ৰ দুবাহুত ধৰি শম্ভুনাথে কৈছিল— 'তই এতিয়াও ভাবি চা অভয়।'

—'মই খুব ভালদৰেই ভাবি চাইছোঁ।' অস্বাভাৱিক শান্ত মাতেৰে অভয়ে উত্তৰ দিছিল।

ক্ষন্তেকপৰ অভয়ৰ পিনে চাই থাকি শম্ভুনাথে অভয়ৰ কান্ধৰপৰা হাত দুখন নমাই আনিছিল। হঠাতে পাক মাৰি ঘূৰি অভয়ে খোজ লৈছিল। শম্ভুনাথে চিঞৰি উঠিছিল—'অভয়।'

—'আপুনি ঘৰলৈ যাওকগৈ ককাইদেউ।'

দূৰৰ এন্ধাৰত অভয়ৰ অপস্যয়মান দেহাটো লুকাই পৰিছিল।

মন্থৰ গতিৰে উভতি আহি শম্ভুনাথে গাড়ীত ষ্টাৰ্ট দিছিলহি······।

আৰতিৰ মাকে আৰতিৰ মুখত মাজে মাজে পানীৰ চিতা মাৰিব ধৰিছিল। ঘৰৰ কাকো জগোৱা নাছিল। জগাবলৈও অৱশ্যে ঘৰত দেউতাকৰ বাহিৰে আন কোনো নাছিল। মধুৰে মাকক জগাব পাৰিলেহেঁতেন। কিন্তু যাবৰ পৰত অভয়ে কৈ গৈছিল—'কাকো নজগাবি। কাকো একো নকবি। বহুত ঘটনা হৈ গৈছে। মই ডাক্তৰ লৈ আহোঁগৈ।'

—'মইনা কত?' ব্যস্তভাৱে মাকে সুধিছিল। একো উত্তৰ নিদি কোবেৰে অভয় ওলাই গৈছিল।

পথ্লিতে ওলাই যোৱা গাভৰু ছোৱালী এজনীক ছিন্ন-ভিন্ন সাজপাৰেৰে সংজ্ঞাহীন অৱস্থাত মাজৰাতি ওভতাই থৈ গলেহি

স্বাভাৱিকতে হৰ খোজা সন্দেহটোৱেই মাকৰো হৈছিল। তাৰোপৰি আৰতিৰ ফটা ব্লাউজৰ মাজেৰে ওলাই থকা স্তনত পৰা কালশিৰাৰ দাগটোও মাকৰ চকুৰপৰা সাৰি যাব পৰা নাছিল। চকুপানী টুকি টুকি মাকে অপেক্ষা কৰিব ধৰিছিল ডাক্তৰ লৈ অভয় কেতিয়া ঘৰ পায়হি।

লাহে লাহে আকাশখন পোহৰ হৈ আহিল। পোহৰ হোৱাৰ পিচত যিজনে দুৱাৰত ঢকিয়ালেহি তেওঁ ডাক্তৰ নহয়—ৰঙা টুপী পিন্ধা টাউন হাওলদাৰ এজনহে।

পুলিচৰ মানুহ দেখি ভয় খোৱাতকৈ অভয়ৰ মাকৰ খঙহে উঠিছিল—বিশেষকৈ অভয়ৰ ওপৰত। হোৱা কথা হৈ গ'ল—তাকতো আৰু নোহোৱা কৰিব নোৱাৰি। কি দৰকাৰ আছিল পুলিচৰ ওচৰলৈ যোৱাৰ। এতিয়া গোটেইখন খলক লাগিব। হ'ব খোজা বিয়াখনো ভাগি যাব।

'—অভয় থানাতে আছে নেকি?' অলপ বিৰক্তভাৱে মাকে সুধিলে।

'আছে' বুলি হাওলদাৰজনে মূৰ দুপিয়ালে আৰু লগতে কলে—মাক থানালৈ যাব লাগে।

অভয়ৰ মাকে ভাবিলে কিবা সাক্ষীবাদী দিবলৈকে অভয়ে সম্ভৱতঃ মাতি পঠিয়াইছে।

কাওঁবাওঁকৈ অভয়ৰ মাকে কলে—'হাওলদাৰ চাহেব—অভয়ক ক'ব যি হবৰ হৈ গ'ল। এইবোৰ মামলা মোকৰ্দমা কৰি লাভ নাই। মই থানালৈ নাযাওঁ—তাকো মাতিছো বুলি কওকগৈ।'

হাওলদাৰে বুজিলে, মানুহজনীয়ে হাওলদাৰ অহাৰ কাৰণটো বুজিব পৰা নাই। কিন্তু সকলো কথা খুলি কৰো মন নগ'ল। অলপপৰ টভক মাৰি থাকি হাওলদাৰে কলে—'বাৰু সেইবোৰ যি হয় কৰা যাব। আপুনি এতিয়াই এবাৰ থানালৈ আহক। আপুনি গৈ পালেহে সেইবোৰ কৰিব পৰা যাব।' কথাকিষাৰ কৈয়েই হাওলদাৰজনে চাইকেলত উঠি চাপলি মেলিলে।

## ॥ বিশ ॥

পিচদিনাখন খবৰ কাগজত ডাঙৰ ডাঙৰ হেড্ লাইনেৰে প্ৰকাশ হ'ল এটা চাঞ্চল্যকৰ সংবাদ।

**নীৰৱ সমাজসেৱী বিশ্বনাথ সিংহৰ পৰলোক।**

কালি ছুপৰীয়া বাৰমান বজাত নীৰৱ সমাজসেৱী আৰু বিখ্যাত ব্যৱসায়ী বিশ্বনাথ সিংহৰ নিজ বাসভৱনত পৰলোক প্ৰাপ্তি হয়। তাৰ আগদিনা ৰাতি তেওঁৰ কনিষ্ঠ পুত্ৰৰ অপঘাত মৃত্যু হৈছিল। সিংহ আজি কিছুদিনপৰা শয্যাশায়ী হৈ আছিল। পুতেকৰ শোক সংবাদটো পোৱাৰ লগে লগে তেওঁ অচেতন হৈ পৰে আৰু চিকিৎসক-সকলৰ আপ্ৰাণ চেষ্টাতো তেওঁৰ চেতনা উভতি নাহিল।

তাৰ পিচত দিয়া হৈছে বিশ্বনাথবাবুৰ চমু জীৱনী আৰু হত্যা-কাণ্ডৰ বিৱৰণী। হত্যাকাণ্ডৰ বিৱৰণীত কোৱা হয়—বিশ্বনাথ সিংহৰ নিহত পুত্ৰ চন্দ্ৰনাথ সিংহ আজি কিছুদিনৰপৰা চহৰৰ এমূৰে থকা তেওঁলোকৰ আন এটা ঘৰত অকলে বাস কৰিছিল। হত্যাকাণ্ডৰ পিচত আততায়ীজনে পুলিচ থানালৈ গৈ স্বেচ্ছাৰে আত্মসমৰ্পণ কৰে। পুলিচৰ আগত দিয়া স্বীকাৰোক্তিত আততায়ীয়ে কয় যে সেইদিনা তেওঁৰ ভায়েক আৰু ভনীয়েক চন্দ্ৰনাথ সিংহৰ ঘৰলৈ ফুৰিবলৈ গৈ বহু ৰাতিলৈকে উভতি নহাত খবৰ লবলৈ চন্দ্ৰনাথ সিংহৰ ঘৰলৈ যায়। বাটতে তেওঁ চন্দ্ৰনাথ সিংহৰ জ্যেষ্ঠ ভ্ৰাতৃ শম্ভুনাথ সিংহক পাই তেওঁকো লগত লৈ যায়। শম্ভুনাথ সিংহ তেতিয়া চিকাৰৰপৰা উভতি আহিছিল। ঘৰৰ ভিতৰলৈ গৈ চন্দ্ৰনাথ সিংহ আৰু আততায়ীৰ ভনীয়েকক আপত্তিজনক অৱস্থাত পাই আততায়ীয়ে শম্ভুনাথ সিংহৰ হাতৰপৰা থাপ মাৰি ৰাইফলটো কাঢ়ি আনি চন্দ্ৰনাথ সিংহক গুলী কৰে।

পিচদিনা দহ বজাৰ লগে লগে পুলিচে অভয়ক আদালতত হাজিৰ কৰিলে। অভয়ে দোষ স্বীকাৰ কৰিলে। ভনীয়েকৰ ওপৰত পাশবিক অত্যাচাৰ কৰিবলৈ চেষ্টা কৰা দেখি খণ্ডত একো নাই হৈ অভয়ে শম্ভুনাথৰ হাতৰপৰা ৰাইফলটো কাঢ়ি লৈ চন্দ্ৰনাথক গুলী কৰিছিল। স্বীকাৰোক্তি বা মিথ্যা উক্তিটো কৰি উঠি অভয়ে এটা স্বস্তিৰ নিশ্বাস পেলাইছিল।— শম্ভুনাথৰ সৈতে আৰতিৰ বিয়াৰ বন্দৱস্তটো আৰু বেছি কটকটীয়া হ'ল। শম্ভুনাথৰ কাৰণে অভয়ে যেতিয়া ইমান ডাঙৰ এটা ত্যাগ স্বীকাৰ কৰিবলৈ ওলাইছে পৃথিবীখন উলটি গ'লেও শম্ভুনাথে আৰতিক বিয়া নকৰাই নোৱাৰে।

বিচাৰ আৰম্ভ হ'ল। সাক্ষী লোৱা হ'ল। প্ৰধান সাক্ষী আছিল পাণৱালা, চন্দ্ৰনাথৰ লগুৱাটো আৰু শম্ভুনাথ। হত্যাকাণ্ডৰ বহু আগৰেপৰাই সংজ্ঞাহীনা হৈ আছিল বুলি আৰতিক বাদ দিয়া হ'ল। পাণৱালাই দেখা কথাখিনিৰে অলপ অচৰপ কটাকুটা কৰি এটা বৰ্ণনা দিলে। কোনোবা এটাই বন্দুকেৰে গুলীওৱা দেখিলেও ঠাইডোখৰত পোহৰ ভালকৈ পৰা নাছিল কাৰণে কোনটো মানুহে গুলীয়াইছিল পাণৱালাই কব নোৱাৰে। গুলীৰ শব্দ শুনি ওচৰৰ মানুহবোৰে সাৰ পাই গৈছিল। চন্দ্ৰনাথৰ ঘৰৰপৰাও কোনোবাই চিঞৰিছিল। কিন্তু বহু পৰলৈ কোনো বাহিৰলৈ ওলাই অহা নাছিল। ইতিমধ্যে জীপখন গুচি যোৱাৰ শব্দও পাণৱালাই শুনিছিল। কিন্তু জীপত কোন গ'ল, কি হ'ল পাণৱালাই দেখা নাছিল; কাৰণ গুলীওৱাগুলী হোৱা দেখি পাণৱালাই পাণৰ দোকানত সোমাই পৰিছিলগৈ।

চন্দ্ৰনাথৰ লগুৱাটোৱে ক'লে যে গুলীৰ শব্দ সিও শুনিছিল।

গুলীৰ শব্দ শুনিয়েই তাৰ টোপনি ভাগি গৈছিল। তলৰ মহলাৰ কোঠালী এটাত সি শোৱে। 'ছোটদাদা ছোটদাদা' বুলি তাৰ কোঠালীৰপৰা সি চন্দ্ৰনাথক মাতিছিল। মাত নাপাই কোঠালীৰপৰা ওলাই আহি সি পাচফালৰ চিৰিয়েদি ওপৰ মহলালৈ উঠিছিল। দুৱাৰখন খোলা পাই সি চন্দ্ৰনাথৰ শোৱনি কোঠালৈ সোমাই গৈছিল। কিন্তু কোঠালীত লাইট নাছিল। ছুইচ্ টিপি লাইট জ্বলাই সি দেখিলে মদ খাই মইনা বেহুচ হৈ পৰি আছে।

সেইদিনা ৰাতি দহমান বজাতে চন্দ্ৰনাথৰ লগত মইনা আৰু আৰতি আহিছিল। আৰতিক আগফালৰ কোঠালী এটাত বহুৱাই থৈ মইনাই চন্দ্ৰনাথৰ সৈতে শোৱনি কোঠাত বহি মদ খাইছিল। কেবা গিলাচো খাইছিল। মইনাক জগাব নোৱাৰি লগুৱাটো আনটো কোঠালৈ গৈছিল। কোঠালীত এটা সেউজীয়া লাইট জ্বলি আছিল। কিন্তু তাতো কাকো নেদেখিলে। এনেতে গেটৰ মুখৰপৰা জীপ এখন ষ্টাৰ্ট দি গুচি যোৱাৰ শব্দ শুনি তাৰ মনত সন্দেহ হোৱাত সি চিঞৰ-বাখৰ কৰি ওচৰ-চুবুৰীয়া মানুহবোৰক জগাবলৈ চেষ্টা কৰিছিল।

সাক্ষীৰ গৰালত থিয় হৈ শম্ভুনাথে কিছুপৰ নীৰৱে তলমূৰা হৈ আছিল। শম্ভুনাথক বৰ ক্লান্ত যেন অনুমান হৈছিল। কোর্ট ইন্সপেক্টৰৰ জেৰাত শম্ভুনাথে বক্তব্যখিনি কৈ গৈছিল।

চন্দ্ৰনাথৰ ঘৰৰ সমুখৰ বাটটোৰেই শম্ভুনাথ চিকাৰৰপৰা উভতি আহিছিল। তেতিয়া ৰাতি প্রায় বাৰ বাজি গৈছে। চন্দ্ৰনাথহঁতৰ গেটৰ সমুখত অভয়ক দেখি শম্ভুনাথে গাড়ী ৰখালে। অভয়ৰ মুখৰপৰাই শম্ভুনাথে শুনিলে—অভয়ৰ ভায়েক আৰু ভনীয়েৰ চন্দ্ৰনাথৰ গাড়ীত উঠি দহমান বজাতেই চন্দ্ৰনাথৰ ঘৰলৈ আহিছিল। কিবা অঘটন ঘটা বুলি সন্দেহ হোৱাত অভয়ক লগত লৈ শম্ভুনাথে চিৰিয়েদি দোতলালৈ উঠি গৈ সেউজীয়া লাইট জ্বলি থকা কোঠালীটোৰ দুৱাৰত চকিয়াইছিলগৈ। চন্দ্ৰনাথে দুৱাৰ খুলি দিয়া নাছিল।

এবাৰ শম্ভুনাথে জোৰেৰে গোৰ মাৰি দিয়াত দুৱাৰখন খোল খাই গৈছিল। মজিয়াত সংজ্ঞাহীনা অৱস্থাত আৰতি তলমুৱা হৈ পৰি আছিল। ওচৰতে থিয় হৈ আছিল চন্দ্ৰনাথ। শম্ভুনাথহঁতক দেখি চন্দ্ৰনাথে কোঠালীৰপৰা ওলাই ভিৰাই লৰ মাৰে। অভয়ে শম্ভুনাথৰ হাতত থকা ৰাইফলটোত থাপ মাৰি ধৰে। দুয়োৰে মাজত টনাআজোৰা লাগে। টনাআজোৰা কৰি কৰি দুয়ো বাৰাণ্ডা পায়হি। টনাআজোৰাতেই এবাৰ শম্ভুনাথ পৰি যায়। পৰি যোৱাৰ লগে লগে শম্ভুনাথে গুলীৰ শব্দ শুনে। পৰি মূৰত দুখ পোৱাত শম্ভুনাথে অলপ সময়ৰ কাৰণে একো ক'ব নোৱাৰা হৈ গৈছিল। তদুপৰি শম্ভুনাথ পৰিছিল অভয়ৰ পিনে মূৰ দি। গতিকে গুলীৰ শব্দ শুনিলেও শম্ভুনাথে অভয়ক ৰাইফল তুলি গুলী কৰা দেখা নাছিল। চিকাৰৰ ঠাইৰপৰা আহোঁতেই শম্ভুনাথে ৰাইফলৰ মেগাজিনত গুলী ভৰাই আনিছিল। ৰাতি-বিয়লিৰ কথা। তাতে শম্ভুনাথ সেইদিনা জোপত অকলে আহিছিল। ৰাইফলৰ বেৰেলতো এটা গুলী সোমাই আছিল। কাৰণ সেই ৰাইফলটোৰ মেগাজিনত গুলী ভৰাই মেগাজিন বন্ধ কৰি দিলে আপোনাআপুনি এটা গুলী গৈ বেৰেলত সোমায়।

ল'ৱাৰ কোৰ্টে কেছটো ছেছনলৈ প্ৰেৰণ কৰিলে যদিও দুদিন মানৰ পিচতেই অভয়ে জামিনত খালাচ পালে।

॥ বাইশ ॥

—'আপুনি যিয়েই নকওক মোৰ হলে গোটেই ঘটনাটো কিবা খাপচাড়া ধৰণৰ যেন লাগিছে।'

এদিন ডাৱৰীয়া বতৰত দুকাপ চাহ আৰু দুই প্লেট গৰম ফুলৰি আগত লৈ আড্ডা মাৰি থাকোঁতে ইনভেষ্টিগেটিং অফিচাৰ দাসে ইন্সপেক্টৰ শৰ্মাৰ আগত ক'লে—। চোবাই থকা ফুলৰিটো পেটৰ ভিতৰলৈ চালান কৰি শৰ্মাই সুধিলে—'খাপচাড়া মানে?'

'—কেইটামান কথা মই এতিয়াও বুজিব নোৱাৰিলোঁ। ধৰি লওঁ। শম্ভুনাথৰপৰা অভয়ে ৰাইফলটো কাঢ়ি অনাৰ পিচত দুৰ্ঘটনা-ক্ৰমেই হওক বা ইচ্ছাপূৰ্বকভাবেই হওক ট্ৰিগাৰত হাত দিয়াত গুলী ফুটি গৈ চন্দ্ৰনাথ মৰিল। কিন্তু তেনেকুৱা অৱস্থাত অভয়ৰ ওপৰত শম্ভুনাথৰ খং উঠাই স্বাভাৱিক। অভয় আৰু তাৰ ভনীয়েকক দৰা-কইনা অনাদি গাড়ীত তুলি আনি ঘৰত থৈ যাবহি কেলৈ?'

ইনভেষ্টিগেটিং অফিচাৰ দাস নতুন মানুহ। কুৰি বছৰৰ অভিজ্ঞতা থকা ইন্সপেক্টৰ শৰ্মাৰ দিহা-পৰামৰ্শ মতেই দাসে কেছটোৰ তদন্ত চলাইছিল। শৰ্মাই একো নকৈ চাহত সোহা মাৰিলে। দাসে কৈ গ'ল—'তাৰোপৰি আকৌ চাওক, মই ভিতৰুৱাকৈ খবৰ পাইছোঁ। অভয়হঁতে এই কেছটোত বেছ কিছু টকা খৰচ কৰিছে। ছেহনৰ কাৰণে উকীলো ধৰিছে দত্ত চাহাবক—যাৰ কনচাল্টিং ফিজেই হ'ল কেবাশ টকা। ইমানবোৰ টকা অভয়হঁতে পাইছে ক'ৰপৰা?'

'—আপুনি কি কব খুজিছে?' চিগাৰেট এটা জ্বলাই লৈ ইন্সপেক্টৰ শৰ্মাই অলপ পোন হৈ বহি সুধিলে।

মূৰ খজুৱাই দাসে কলে, 'নাই, ঠিক একো কব খোজা নাই। কিন্তু কথা হ'ল শম্ভুনাথ পালোৱান মানুহ। অভয়ো অৱশ্যে ওখ-ডাঙৰ মানুহ। কিন্তু অভয়ৰ দৰে এটা মানুহৰ কাৰণে শম্ভুনাথক ওফৰাই মাটিত পেলাই দি ৰাইফল কাঢ়ি লোৱা জানো সম্ভৱপৰ?'

'—কিন্তু অভয়েতো নিজেই উপযাচি আহি চাৰেণ্ডাৰ কৰিছে। তাৰ কনফে'চনটোও সম্পূৰ্ণ ভলানটেৰি আছিল—নে বাতি লকআপত থাকোঁতে তাক আপুনি মাৰধৰ কৰিছিল?' শৰ্মাই জেৰা আৰম্ভ কৰিলে।

'—কনফে'চনটো অৱশ্যে ভলানটেৰিয়েই আছিল।'

'—তেনেহলে?'

'—অভয়ে কিজানি তাৰ প্ৰভুক বচাবলৈকে সেই কনফে'চনটো কৰিছিল?' সেপ গিলি লৈ দাসে সুধিলে।

'—বাদ দিয়ক, কোনোবাই যদি নিজে ভবিব বচি ডিঙিত মেৰিয়াই মৰিব খোজে আমি কি কৰিম। আমাৰ কথা হ'ল কেছটো নষ্ট হব নালাগে। কোনোবা এটাৰ কনভিকচন হ'লেই হ'ল।'

'—হয় অৱশ্যে, কিন্তু জাষ্টিচ বুলিও এটা কথা আছে নহয়।' কওঁ নকওঁকৈ দাসে কলে।

অলস ভঙ্গীত চকীখনত আঁউজি শৰ্মাই চিগাৰেট হুপিব ধৰিছিল। চকু এটা অলপ মুদি দাসৰ পিনে কিছুপৰ চাই বৈ শৰ্মাই সুধিলে—'আপুনি চাকৰিত সোমোৱা কিমান দিন হ'ল ?'

'—দুবছৰমান হ'ল।' শৰ্মাই কি কব খুজিছে তলকিব নোৱাৰি থত্‌মত্ খাই দাসে উত্তৰ দিলে।

চিগাৰেটটো দলিয়াই পেলাই দি পোন হৈ বহি শৰ্মাই কলে—'আৰু দুবছৰমান এই লাইনত কাম কৰক বুজিব—জাষ্টিচ ইজ এ ওৱৰ্ড ফাউণ্ড অ'নলি ইন দি ফুলছ ডিক্সিনেৰী।'

'—মানে ?'

'—মানে কেতিয়াবা আনৰ প্ৰতি বৰকৈ জাষ্টিচ কৰিবলৈ যাওঁতে নিজে যদি বিপদত পৰে দেখিব আপোনাৰ প্ৰতি জাষ্টিচ কৰোঁতা কোনো নাই।'

একো নামাতি দাস তলমূৱা হৈ ৰ'ল। ইন্সপেক্টৰ শৰ্মাই বিজ্ঞজনৰ দৰে কৈ যাব ধৰিলে—'তাৰোপৰি এইবোৰ হ'ল ডাঙৰ মানুহৰ কথা। উৰহী গছৰ ওৰ বিচাৰি ফুৰাও আমাৰ দৰে সৰু-সুৰা মানুহৰ কাৰণে মৰ নিৰাপদ নহয়। চাওঁ, আপোনাৰ বয়টোক মাতকচোন। আৰু চাহ একাপে ফুলৰি দুটামানে আনিবলৈ দিয়ক। অৱশ্যে এনেকুৱা বজৰত এনেকুৱা ফুলৰিৰ সৈতে চাহৰ সলনি আন কিবা এবিধ হোৱা হলেহে—হেঃ হেঃ হেঃ হেঃ।

## ॥ তেইশ ॥

কাইলৈ ছেছনত বিচাৰ আৰম্ভ হ'ব। কেইদিনমানৰপৰা মেনেজাৰক বৰ ব্যস্ত হৈ ঘূৰি ফুৰা দেখা গৈছিল। অৱশ্যে মেনেজাৰৰ ব্যস্ততা বাঢ়ে সন্ধিয়াৰ পিচত। শম্ভুনাথ আজিকালি বৰকৈ বাহিৰলৈ নোলায়। অফিচতো তেনেকৈ নবহেহি। হঠাতে মানুহটোৰ স্বাস্থ্যও যেন পৰি আহিছে। প্ৰায়েই ডাক্তৰ এজনে চাই যায়হি। মাজে মাজে শম্ভুনাথো ডাক্তৰৰ ওচৰলৈ যায়। বাকী সময়খিনি প্ৰায় নিজৰ কোঠালীতেই কটাই দিয়ে। মাজে মাজে চকুত এটা উদ্‌ভ্ৰান্ত দৃষ্টি লৈ পগলা মানুহৰ দৰে দোতলাৰ বাৰাণ্ডাত পায়চাৰী কৰি ফুৰে। মেনেজাৰকো অফিচত বৰ কম সময়েই দেখা যায়। কেতিয়াবা অলপ পৰ বহিলেও তৎক্ষণাৎ আকৌ ওপৰ মহলালৈ উঠি আহে। শম্ভুনাথৰ লগত কিবাকিবি গোপন আলোচনা কৰেহি। আকৌ বিক্সা এখন লৈ ওলাই যায়।

—তেতিয়া ৰাতি প্ৰায় এঘাৰ বাজি গৈছে। দেখা গ'ল চন্দ্ৰনাথ-হত্যাকাণ্ডৰ অন্যতম সাক্ষী পাণৱালাৰ ঘৰৰপৰা মূৰে-গায়ে কাপোৰ মেৰিয়াই এজন মানুহ ওলাই আহিছে। লগে লগে পাণৱালাটোও ওলাই আহিছিল। চাৰিওপিনে সন্ত্ৰস্তভাবে চাই মানুহজনে ক'লে— 'টকা-পইচাৰ মই জামিন বলোঁ। এতিয়া আকৌ টকা দিলোঁ, সাক্ষী দিয়া হৈ গ'লে বাকী এহেজাৰ দি যামহি।'

'—ঠিক আছে।' পাণৱালাই তলমূৰা হৈ উত্তৰ দিলে।

গায়ে-মূৰে কাপোৰ মেৰিওৱা মানুহজনে পাণৱালাৰ মূৰৰপৰা ভৰিলৈ এবাৰ চকু ফুৰাই চালে। দিনৰ পোহৰত হোৱা হলে হয়তো দেখা গ'লহেঁতেন মানুহজনৰ কাপোৰৰ মাজেৰে ওলাই থকা কপালখন কিবা এটা দুশ্চিন্তাত থূপ খাই পৰিছে।

একো নামাতি মানুহজনে খোজ ললে। দূৰত এখন ৰিক্সা ৰৈ আছিল।

মানুহজন গৈ ৰিক্সাত উঠাৰ লগে লগে ৰিক্সাখন চলিব ধৰিলে।

ৰিক্সা আহি শম্ভুনাথহঁতৰ ঘৰৰ সমুখত ৰ'লহি। ৰিক্সাৰপৰা নামি কাপোৰৰ তলৰপৰা মুখখন উলিয়াই মানুহজন যেতিয়া নামি আহিল, দেখা গ'ল মানুহজন আন কোনো নহয়, শম্ভুনাথহঁতৰ মেনেজাৰহে।

ওপৰ মহলাৰ বাৰাণ্ডাত শম্ভুনাথে পায়চাৰী কৰিব ধৰিছিল। মেনেজাৰক দেখি নিৰ্বিকাৰভাবে শম্ভুনাথে সুধিলে—'কি খবৰ?'

'ঠিক কব পৰা নাই। টকা দিলোঁ, মানুহটো ৰাজি হৈছে। কিন্তু মোৰ সন্দেহ হৈছে মানুহটোৱে ঠগে নেকি।'

চন্দ্ৰনাথৰ অপমৃত্যুৰ কেইঘণ্টামানৰ পিচতেই বিশ্বনাথবাবুৰো হৃৎপিণ্ড বন্ধ হৈ মৃত্যু হৈছিল যদিও সৎকাৰ কৰি আহিয়েই শম্ভুনাথে বন্ধ কোঠালী এটাত ভালেমান পৰ মেনেজাৰৰ লৈতে কিবা গোপন আলোচনা কৰিছিল। মেনেজাৰে লগে লগে চাপলি মেলিছিল দত্ত উকীলৰ ঘৰলৈ। দত্ত উকীলে দিয়া পৰামৰ্শবোৰ মেনেজাৰে অভয়ক দিবলৈ সময় পোৱাৰ বহু আগেয়েই পুলিচে আদালতত অভয়ৰ হতুৱাই স্বীকাৰোক্তি কৰোৱাই লৈছিল। যিয়েই নহওক, দত্ত উকীলে পৰামৰ্শ দিছে ছেহন আদালতত অভয়ে স্বীকাৰোক্তিটো অলপ হেৰফেৰ কৰি দিলেই চন্দ্ৰনাথৰ মৃত্যুটো এটা দুৰ্ঘটনা মাথোন বুলি প্ৰমাণ কৰিব পৰা যাব। অভয়ে আদালতত ক'ব টনাআজোৰা কৰি শম্ভুনাথৰ হাতৰপৰা ৰাইফলটো কাঢ়ি আনোতে কেনেবাকৈ ট্ৰিগাৰত হাত লাগি গুলী ফুটি গৈছিল। খঙৰ ভমকত শম্ভুনাথে কিবা অঘটন ঘটাই বুলিয়েই অভয়ে চন্দ্ৰনাথৰ হাতৰপৰা ৰাইফলটো কাঢ়ি লৈছিল। চন্দ্ৰনাথৰ পিনে ৰাইফল টোৱাই অভয়ে গুলী কৰা নাছিল। নতুবা তেনে কোনো মতলবো অভয়ৰ নাছিল। শম্ভুনাথে স্বীকাৰ কৰিব টনাআজোৰা কৰাৰ সময়ত ৰাইফলটো লক কৰা

আছিল নে নাই মনত নাই আৰু লক্ কৰা থাকিলেও টনা-আজোৰাত ছেফটি কেচত হাত লগি আনলক্ হৈ যোৱাও অসম্ভৱ নহয়। কিন্তু পাণৱালাই জেবাৰ কোবত স্বীকাৰ কৰিব লাগিব ৰাইফল তুলি লৈ গুলী কৰা সি কাকো দেখা নাছিল ; আন্দাজহে কৰিছিল। কাৰণ ৰাইফলটো লৈ টনা-আজোৰা কৰা দেখি ভয় খাই সি দোকানত সোমাই পৰিছিলগৈ। প্ৰথমে অলপ থেৰো-গেৰো কৰিলেও হুহেজাৰ টকাৰ লোভ দেখুৱাত পাণৱালাটোৱে উকীলৰ কোনটো প্ৰশ্নৰ উত্তৰত কি কব মেনেজাৰে শিকাই দিয়া মতে কবলৈ ৰাজি হৈছিল। তাৰে এহেজাৰ টকা আগধনস্বৰূপে দি আহিলেও মেনেজাৰৰ মনৰ খুকুৰি মৰা নাছিল। পানৱালাটোৰ হাঁহিটো আৰু বিশেষকৈ চকুৰ চাৱনিটো মেনেজাৰৰ ভাল লগা নাছিল।

ৰাৰাণ্ডাৰ ৰেলিঙত ধৰি শম্ভুনাথে কিছুপৰ দূৰলৈ চাই ৰৈ ক'লে —'ৰাক আপুনি এতিয়া যাওক। বহুত ৰাতি হ'ল। যাওঁতে অভয়ৰ ঘৰত সোমাই এবাৰ কৈ যাব, কাইলৈ দোকমোকালিতে যেন এবাৰ সি মোক লগ ধৰেহি। তাক সকলো কথা খোলাখুলিকৈ কোৱা ভাল হব। সি আকৌ এবাৰ ভালকৈ ভাবি চাওক। আদালতৰ বিচাৰৰ কথা একো কব নোৱাৰি—তাতে যেতিয়া পাণ-ৱালাটোকো বৰ বিশ্বাসযোগ্য যেন লগা নাই।'

মেনেজাৰে কিবা এটা ক'ব খুলিছিল। বাধা দি শম্ভুনাথে কৈ উঠিল—'আপুনি এতিয়া যাওকগৈ। এনেয়ে বহু ৰাতি হৈছে। ইমান পৰে অভয়ইতো কিজানি শুলে। তথাপি আপুনি টোপনিৰ-পৰা জগাই হলেও তাক কথাটো কৈ যাব।'

বিস্নাখন গেটৰ মুখতে ৰৈ আছিল। মেনেজাৰক লৈ বিস্নাখন গুচি যোৱাৰ পিচতো শম্ভুনাথে ৰেলিঙত ধৰি উদাস দৃষ্টিৰে গেটখনৰ পিনে চাই আছিল। এনেতে চকুত পৰিল কোনোবা এজনে গেট খুলি সোমাই আহিছে। শম্ভুনাথে প্ৰথমে ভাবিছিল হয়তোবা কিবা দৰকাৰী খবৰ দিবলৈ পাহৰি গৈছিল—মেনেজাৰেই উভতি আহিছে।

বুঢ়া মানুহ। তাতে এইকিদিন অসম্ভৱ খাটনিও হৈছে। কিন্তু অলপ ওচৰ চাপি অহাৰ পিচত শম্ভুনাথৰ সন্দেহ হ'ল—মানুহজন মেনেজাৰ নহয়। বাৰাণ্ডাৰ লাইটটো মুমুৱাই থোৱাৰ কাৰণে মানুহজনৰ মুখখনো শম্ভুনাথে ভালকৈ দেখা নাছিল। অলপ আচৰিত হৈ শম্ভুনাথে মানুহজনলৈ চাই ৰ'ল। খট্‌খটিৰে মানুহজন ওপৰ মহলালৈ উঠি আহিল। শম্ভুনাথে অলপ পোন হৈ থিয় দিলে। উঠি আহি বাৰাণ্ডাত থিয় দি মানুহজনে ইফালে-সিফালে চালে। কোঠালীৰ ভিতৰত জ্বলি থকা লাইটৰ পোহৰ বাৰাণ্ডাতো পৰিছিলহি। চিনি পাই শম্ভুনাথে মাত দিলে, 'অভয় নেকি ?'

একো নামাতি অভয় ওচৰ চাপি আহিল।

মেনেজাৰ ওলাই যোৱা দহ মিনিটৰ বেছি হোৱা নাছিল। অভয়ৰ ঘৰো ইয়াৰপৰা প্ৰায় ডেৰ মাইল আঁতৰত। দহ মিনিটৰ ভিতৰত বিক্সাৰে গৈ অভয়ক পঠিয়াই দিয়া মেনেজাৰৰ কাৰণে সম্ভৱপৰ নহয়। কিন্তু কেইদিনমানৰেপৰা শম্ভুনাথ বৰ অমনোযোগী হৈ পৰিছে। শম্ভুনাথে ভাবিলে মেনেজাৰেই অভয়ক পঠিয়াই দিছেগৈ। কিন্তু ইমান ৰাতি মানুহটোক আমনি কৰিলেগৈ কেলৈ ? শম্ভুনাথে সুধিলে—'ইমান ৰাতি ওলালিহি ?'

'—এটা বিশেষ কথাৰ কাৰণে আহিলোঁ।' অলপ পৰ টলকা মাৰি অভয়ে কলে।

'—কি কথা ?' কৌতূহলপূৰ্ণভাবে শম্ভুনাথে সুধিলে।

'—বিচাৰত কি হয় মই কব নোৱাৰোঁ। বহু চেষ্টা কৰা হৈছে যদিও মোৰ মনে কৈছে কিবা এটা ডাঙৰ বিপদ আহিব ধৰিছে ; হয়তোবা মই খালাচ নাপাম। তাৰ বাবে মোৰ আফ্‌চোচো নাই। কিন্তু জেললৈ যোৱাৰ আগেয়ে মই আৰতিৰ বিয়াখন চাই যাব খোজোঁ।'

'—বিয়া ?' অলপ আচৰিত হৈ শম্ভুনাথে সুধিলে।

'—ওঁ বিয়া। আৰতিৰ বিয়াখন মই চাই যাব খোজোঁ। মই

গম পাইছোঁ—কাইলৈকে বিচাৰৰ. ৰায় নিদিয়ে। দুই এদিন দেৰী হ'ব। গতিকে কাইলৈকে বিয়াখন পাতক। মই পুৰোহিতকো সুধিছিলোঁ। এই মাহত মাথোন কাইলৈহে বিয়াৰ দিন আছে। কাইলৈকে বিয়াখন নাপাতিলে বিয়াৰ দিন বহুত পিচুৱাই যাব। মই সকলো জা-যোগাৰ কৰি থৈছোঁ। খোৱা-লোৱাৰ নিমন্ত্ৰণ আদি দুদিন পিচত কৰিলেও ক্ষতি নাই। মাথোন আপুনি কাইলৈ দৰা হৈ ওলাওক। মই নিজ হাতেৰে আৰতিক সম্প্ৰদান কৰিম। তাৰ পিচত মোৰ জেল হয় ফাঁচী হয়, যি হয় হৈ থাকক।'

একো নামাতি শম্ভুনাথে বহুপৰ থৰ হৈ চাই ৰ'ল। তাৰ পিচত এটা দীঘল হুমুনিয়া পেলাই ক'লে—'কিন্তু ইমান সোনকালে যে মই বিয়া কৰাব নোৱাৰিম।'

'—নোৱাৰিব কেলৈ? মেনেজাৰৰ হতুৱাই আপুনি মাহে মাহে যিখিনি টকা দিয়াইছিল তাৰ এটা পইচাও মই খোৱা-লোৱাত খৰচ কৰা নাই। আৰতিৰ বিয়াৰ কাৰণে কাপোৰ-কানি কিনিছোঁ; দুই-এপদ গহনা গঢ়াইছোঁ। বিয়াৰ অন্যান্য প্ৰয়োজনীয় বস্তু-বাহানি কিনিছোঁ। এনেকি বিয়াৰ পুৰোহিতো বন্দোৱস্ত কৰি থৈছোঁ। অৱশ্যে ঘৰটো মেৰামত কৰাব নোৱাৰিলোঁ। দৰা হৈ আপুনি ভগাঘৰৰ সমুখতেই থিয় হবগৈ লাগিব। হয়তো আপোনাৰ আত্ম-মৰ্য্যাদাত অলপ আঘাত লাগিব।'

'—মোৰ মৰ্য্যাদাবোধ ইমান টনটনীয়া নহয়, অভয়।'

'—তেনেহলে?'

'—সেইবোৰ বহুত কথা—তোক মই কব নোৱাৰিম। কাৰণ ইয়াত আৰু এজন মানুহৰ মান-সন্মানৰ কথা জড়িত হৈ আছে। কিন্তু তোক মই কথা দিলোঁ, মই আৰতিক বিয়া কৰাম।'

'—কিন্তু কেতিয়া?'

'—ঠিক কব নোৱাৰিলোঁ—এমাহ দুমাহ বা তাতকৈও বেছি হব পাৰে।'

'—কিন্তু মই কাইলৈকে আৰতিৰ বিয়াখন পাতিব খোজোঁ।' শান্তভাবে কলেও অভয়ৰ মাতত এটা সিদ্ধান্তৰ সুৰ শুনা গ'ল।

'—সেইটো সম্ভৱপৰ নহয় অভয়।' দুৰ্বল মাতেৰে ভাগি পৰা মানুহৰ দৰে শম্ভুনাথে উত্তৰ দিলে।

একো নামাতি অভয়ে শম্ভুনাথলৈ চাই ৰ'ল। প্ৰথমবাৰৰ বাবে শম্ভুনাথৰ ওপৰত অভয়ৰ সন্দেহ হব ধৰিছিল। অভয়ৰ চকুত ফুটি উঠিল সন্দেহৰ কুটিল চাৱনি। হয়তোবা মাকৰ কথাই সঁচা। বিয়াৰ কথা কিছুদিনৰ আগেয়ে অভয়ে আৰু এবাৰ উলিয়াইছিল। শম্ভুনাথে কথাটো পিচুৱাই দিছিল। শুনি অভয়ৰ মাকে কৈছিল—'চাবি বোপাই, এইবোৰ ডাঙৰ মানুহৰ কথা। আসৈ পোৱা বৰ টান। তাতে তই ভায়েৰক মাৰি থৈছ।' অভয়ে উত্তৰত একো কোৱা নাছিল। সঁচা কথাষাৰ মাকে নাজানে। শম্ভুনাথ আৰু অভয়ৰ বাহিৰে পৃথিবীৰ কোনেও নাজানে।—বহু মানুহেই বহু কথা নাজানে। হয়তোবা অভয়েও নাজানে শম্ভুনাথৰ প্ৰকৃত মতলব কি।

নামি যোৱা খটখটিটোৰ পিনলৈ অভয় আগবাঢ়িব ধৰিছিল। এনেতে শম্ভুনাথে মাতিলে—'অভয়, শুনি যা।'

অভয়ে খটখটিত ভৰি দিছিলগৈ। খপকৈ উভতি অভয়ে গৰজি উঠিল—'মই কোনো কথা নুশুনো।'

'—অভয়।' শম্ভুনাথৰ গম্ভীৰ মাতটো আৰু অলপ গম্ভীৰ হৈ পৰিলেও যেন অলপ কঁপি উঠিল। অভয়ে কোনোদিন শম্ভুনাথক এনেকৈ গৰজনি মাৰি কথা কোৱা নাছিল।

অভয় আকৌ দুখোজমান ওচৰ চাপি আহিল। শিলৰ মূৰ্তিৰ দৰে শম্ভুনাথ থিয় হৈ ৰ'ল। উত্তেজনাত কঁপি উঠা মাতেৰে অভয়ে কবলৈ ধৰিলে—'আপোনাক বচাবৰ কাৰণে মই নিজ ইচ্ছাৰে জেললৈ যাবলৈ ওলাইছিলোঁ; হয়তো মোৰ ফাঁচীও হৈ গ'লহেঁতেন। কিন্তু মই জনা নাছিলোঁ আপুনি ইমান বিশ্বাসঘাতক বুলি—ইমান বেইমান বুলি'।

'—বেইমান!'

'—হু' আপুনি এটা বেইমান।'

শম্ভুনাথৰ পিনে এটা জ্বলন্ত দৃষ্টি নিক্ষেপ কৰি অভয় নামি যোৱাৰ পিচতো শম্ভুনাথে অভয়ৰ পিনে চাই আছিল। দ্রুত পদক্ষেপেৰে আগবাঢ়ি দূৰৈৰ এন্ধাৰবোৰত অভয় মিলি পৰিছিলগৈ। শম্ভুনাথৰ চকুৰ আগত ভাঁহি উঠিছিল—সেই ভয়ঙ্কৰ ৰাতিটোৰ কেতবোৰ টুকুৰাটুকুৰ ছবি।

...সংজ্ঞাহীনা আৰতিক ঘৰত থৈ গাড়ীত উঠাৰ পিচত অভয়ে বহু কথাই শম্ভুনাথক কৈছিল। শম্ভুনাথ ৰাজি হোৱা নাছিল। ৰাজি হ'বলৈ শম্ভুনাথৰ দাম্ভিক মনটোৱে বাধা দিছিল। এবাৰ অভয়ে কৈছিল—'মই ঘৰখনৰ ডাঙৰ ল'ৰা। কিন্তু মই একো দিব পৰা নাই। দেউতাই মোৰপৰা বহু আশা কৰিছিল। নিজে নাখায়ো মোক খুৱাইছিল; নিজে নিপিন্ধিও মোক পিন্ধাইছিল। দেউতাই কৈছিল—অভয়ে ডাঙৰ হৈ যেতিয়া মোক খুৱাব তেতিয়া ভালকৈ খাম। ডাঙৰ হৈ সি যেতিয়া মোক পিন্ধাব তেতিয়া ভালকৈ পিন্ধিম। কিন্তু মই একো দিব নোৱাৰিলোঁ। অভাৱ-অনাটনত দেউতা পগলাৰ দৰে হৈ গৈছে। মা এটা জীৱহীন কঙ্কালত পৰিণত হৈছে। এঘৰ মানুহ বাচি যাব ককাইদেউ! এটা পৰম তৃপ্তি লৈ দেউতাই চকু মুদিব পাৰিব।'

'—যদি মই টকা দি যাওঁ? তহঁত এঘৰ মানুহ স্বচ্ছন্দে চলি যাব পৰাকৈ টকা দি যাওঁ?' শম্ভুনাথে সুধিছিল।

'—কিন্তু আৰতিৰ কি হ'ব? কোনে তাইক বিয়া কৰাব? টকাৰ লোভত কোনোবাই কৰালেও পিছিয়েকে তাইক হেয়জ্ঞান কৰিব। সুবিধা পালেই তাচ্ছিল্য কৰি নানান কথা কব। তাইক পাগল কৰি তুলিব। সঁচা কথাবাৰ আপোনাৰ বাহিৰেতো আন কোনোৱেই নাজানে। তদুপৰি তাই আপোনাক ভাল পায়। সকলো মানুহে সমান গভীৰভাবে কাকো ভাল পাব নোৱাৰে। কিন্তু তাইৰ ভাল

পোৱাৰ গভীৰতা মই জানো। আপোনাক পালে তাই সুখী হব। ঘৰখনৰ কাৰণে মই একো কৰিব নোৱাৰিলোঁ। মোক এইখিনি কৰি যাবলৈ সুবিধা দিয়ক।'

...আৰু বহু কথাই অভয়ে কৈছিল।

## ॥ চৌবিশ ॥

...টং-টংকৈ দহটাৰ ঘোৰ পৰাৰ পিচতে বিচাৰকে নিৰ্দিষ্ট আসন গ্ৰহণ কৰিলেহি। আগৰেপৰাই আদালত মানুহেৰে ভৰি আছিল। পুলিচ চন্তৰী, সাক্ষী, উকীলসকলৰ উপৰিও দেখা গৈছিল কেইজনমান সংবাদদাতা আৰু কিছুসংখ্যক কৌতূহলী জনতা। তাৰ মাজত দেখা গৈছিল উদ্বিগ্ন চিত্তেৰে ঘূৰি ফুৰা মেনেজাৰক। বহু মানুহে একেলগে কথা কৈ থকাৰ ফলত মৌৰ বাঁহৰ গুণগুণনিৰ দৰে এটা গুণগুণনি উঠিছিল। আচামীক কাঠ-গড়ালত থিয় কৰোৱাৰ লগে লগে সেই গুণগুণনি মাৰ গ'ল। চৰকাৰী উকীলে ঘটনাটো পুঙ্খানুপুঙ্খভাবে বৰ্ণনা কৰি অভয়ৰ বিৰুদ্ধে অনা অভিযোগটো বুজাই দিলে। চৰকাৰী উকীলৰ প্ৰশ্নৰ উত্তৰত উকীল দত্ত চাহাবে আগেয়ে শিকাই দিয়া অনুযায়ী অভয়ে নিজকে নিৰ্দোষী বুলি ঘোষণা কৰিলে।

মৰণোত্তৰ পৰীক্ষা কৰা ডাক্তৰৰ সাক্ষী লোৱা হ'ল। ডাক্তৰে দৃঢ়ভাবে ক'লে—ৰাইফলৰ বুলেটৰ আঘাততেই চন্দ্ৰনাথৰ মৃত্যু হৈছে। পিঠিৰে সোমাই বুকুৰে ওলাই যোৱা বুলেটটোৱে চন্দ্ৰনাথৰ গোটেই বুকুখন খান্দি পেলাইছিল। হৃৎপিণ্ড হাওঁফাওঁ আদি চূৰ্ণীকৃত হৈ গৈছিল।

তাৰ পিচত লোৱা হ'ল পাণৱালাৰ সাক্ষী। ল'ৰাৰ কোৰ্টত কোৱা কথাবোৰবেই পাণৱালাই পুনৰাবৃত্তি কৰিলে। মানুহৰ মাজত থিয় হৈ থকা মেনেজাৰৰ মুখত বিশেষ ভাবান্তৰ পৰিলক্ষিত নহ'ল।

কাৰণ পাণৱালাক জেৰাৰ সময়তহে আন কথা কবলৈ শিকোৱা হৈছিল, যাতে জেৰাৰ ফলতহে সঁচা কথাবাৰ ওলাই পৰিছে বুলি আদালতে বুজি পায়। আচামী পক্ষৰ উকীলে তেতিয়া আদালতক বুজাব যে গুলীৰ আঘাতত চন্দ্ৰনাথৰ মৃত্যু হলেও গোটেই ঘটনাটো এটা দুৰ্ঘটনা মাথোন। ল'ৱাৰ কোৰ্টত সাক্ষী দিওঁতে পাণৱালাটোৰ পিনে অভয়ে একেথৰে চাই আছিল। বহুদিনৰ আগেয়ে যেন মানুহটো সি দেখিছিল, কিন্তু ক'ত দেখিছিল মনত পেলাব নোৱাৰিলে। আজিও অভয়ে পাণৱালাটোৰ পিনে থৰ লাগি চাই ৰৈছিল। চৰকাৰী উকীলৰ কিবা এটা হাঁহি উঠা ধৰণৰ প্ৰশ্নত মানুহটোৱে এবাৰ হাঁহি দিছিল। তাৰ কোৱাৰিটো মেল খাই গৈছিল। অভয়ৰ চকুত পৰিছিল মানুহটোৰ আগদাঁত দুটা নাই। সমুখত সাপ দেখা মানুহৰ দৰে অভয়ে চক্ খাই উঠিছিল। অভয়ৰ মনত পৰি গৈছিল—বহুদিনৰ আগেয়ে এই মানুহটোৱেই অভয়হঁতৰ ঘৰত লগুৱা হৈ সোমাইছিল আৰু অভয়ৰ ঘোচাত দুটা দাঁত এৰি থৈ বক্তাক্ত মুখেৰে পলাই গৈছিল। অভয়ৰ গোটেই গাটো কিবা এটা অজান ভয়ত শিঁঙৰি উঠা যেন লাগিল।

লগুৱা ল'ৰাটোৰ সাক্ষী লোৱা হ'ল। সিও ল'ৱাৰ কোৰ্টত কোৱা কথাখিনিৰেই পুনৰাবৃত্তি কৰিলে। তাৰ পিচত পাল পৰিল শম্ভুনাথৰ। ইমান পৰে শম্ভুনাথে বাহিৰৰ বাৰাণ্ডাত থিয় হৈ এটাৰ পিচত এটাকৈ চুৰট হুপি আছিল। ধীৰ পদক্ষেপেৰে শম্ভুনাথ সাক্ষীৰ গড়ালত থিয় হ'লহি। কালি গোটেই ৰাতি শম্ভুনাথ শোৱা নাছিল। উজাগৰে থকাৰ কাৰণে চকুহাল জবাফুলৰ দৰে ৰঙা হৈ পৰিছিল।

সঁচা কথা ক'ম বুলি শপত খাই শম্ভুনাথে কি কি ঘটিছিল কৈ যাবলৈ ধৰিলে। মইনা আৰু আৰতিয়ে বক্ত বাতিলৈকে চন্দ্ৰনাথৰ ঘৰত সোমাই থকাৰ খবৰটো অভয়ে দিয়াৰেপৰা আৰম্ভ কৰি অভয়ৰ লৈতে চন্দ্ৰনাথৰ ঘৰৰ ভিতৰলৈ সোমাই যোৱালৈকে বিৰবি কৈ শম্ভুনাথ থমকি ৰ'ল।

'—তাৰ পিচত?' চৰকাৰী পক্ষৰ উকীলে প্ৰশ্ন কৰিলে।

একো নামাত্তি শূন্য উদাস দৃষ্টিৰে শম্ভুনাথে সমুখৰ বেৰখনলৈ চাই থকা দেখি চৰকাৰী উকীলে অলপ চিঞৰি ক'লে—'কৈ যাওক তাৰ পিচত কি হ'ল?'

এটা চুটি হুমুনিয়াহ পেলাই শম্ভুনাথে কৈ গ'ল—'আমাক দেখি চন্দ্ৰনাথে প্ৰথমে গৰজি উঠিছিল। কিন্তু মই ৰাইফলৰ ছেফ্‌টি কেছত হাত দিয়াৰ লগে লগে সি ভিৰাই লৰ মাৰিলে। ৰাইফলৰ মেগাজিনত গুলী থাকিলেও লক্ কৰা আছিল। লক্‌টো নোখোলাকৈ গুলী কৰিব নোৱাৰি।'

আচামী পক্ষৰ (?) উকীল দত্ত চাহাবৰ কপালখন থুপ খাই গ'ল। এইবাৰ কথা শম্ভুনাথে ক'লে কেলৈ? শম্ভুনাথকতো তেওঁ বাৰে বাৰে মানা কৰিছিল। চৰকাৰী পক্ষৰ উকীল-দাৰোগায়ো পৰস্পৰে পৰস্পৰৰ চকুলৈ চোৱা-চুই কৰিলে।

—'আপুনি কি চন্দ্ৰনাথক গুলী কৰাৰ উদ্দেশ্যেৰে ৰাইফলটো আন্‌লক্ কৰিছিল?' আকস্মিক বিস্ময়ৰ আঘাতত প্ৰায় নিজে নিজনাকৈয়ে চৰকাৰী পক্ষৰ উকীলে প্ৰশ্ন কৰি পেলালে। লগে লগে আচামী পক্ষৰ উকীল দত্ত চাহাবে প্ৰতিবাদ কৰি কৈ উঠিল— 'objected to—সাক্ষীয়ে কি দেখিছিল তাকেই সোধা হওক—কি ভাবিছিল সেইটো নহয়।'

দত্ত চাহাবৰ আপত্তি গ্ৰহণ কৰিলে যদিও বিচাৰপতি নিজেও অলপ আচৰিত হ'ল। আচামীৰ বিপক্ষে দিয়া সাক্ষীৰ উক্তিত এনেকুৱা ধৰণৰ খুঁত ধৰা পৰাত তেওঁৰ আপত্তি কেলৈ? চৰকাৰী পক্ষৰ উকীলে ক'লে—'বেছ, কি দেখিছিল তাকেই কৈ যাওক।'

শম্ভুনাথে কৈ গ'ল—'মই চন্দ্ৰনাথক পিচে পিচে খেদি আহিলোঁ। অন্তয়ে মোৰ হাতৰপৰা ৰাইফলটো কাঢ়ি লবলৈ আপ্ৰাণ চেষ্টা কৰিছিল যদিও নোৱাৰিলে। মোৰ ৰেচলিং খেলাৰ অভ্যাস আছিল। ঠেলা মাৰি অন্তয়ক মাটিত পেলাই দিলোঁ।'

আচামী পক্ষৰ উকীল উচপ্ খাই উঠিল। ঘপকৈ দত্ত চাহাবে সুধি পেলালে—'ঠেলা মাৰি আপুনি অভয়ক পেলাই দিলেনে আপুনি নিজে পৰি গ'ল?'

চৰকাৰী পক্ষৰ উকীলে লগে লগে প্ৰতিবাদ কৰি উঠিল – 'ইয়ৰ লৰ্ডচীপ। এতিয়া একজামিনেচন ইন্-চীফ আৰম্ভ হৈছে। এই অৱস্থাত আচামী পক্ষৰ উকীলৰ এনেকুৱা ধৰণৰ প্ৰশ্ন গ্ৰহণযোগ্য নহয়।'

এইবাৰো আপত্তি গ্ৰহণ কৰা হ'ল। বিচাৰপতিয়ে কলে— 'সাক্ষীক কৈ যাবলৈ দিয়ক।'

শম্ভুনাথে কৈ গ'ল—'চন্দ্ৰনাথ তেতিয়া গেটৰ ওচৰ পাইছিলগৈ। অভয় পৰি যোৱাৰ লগে লগে মই চন্দ্ৰনাথৰ পিনে লক্ষ্য কৰি গুলী কৰিলোঁ।'

ক্ষন্তেকতে আদালতত গোলমাল লাগি পৰিল। চৰকাৰী পক্ষৰ উকীল-দাৰোগাসকলে ব্যস্তভাবে কিবা এটা আলোচনা কৰিবলৈ ধৰিলে। উত্তেজিতভাবে মেনেজাৰ দত্ত চাহাবৰ ওচৰ চাপি আহিল। ঘামি-জামি দত্ত চাহাবেও কমালেৰে মুখ মচিলে। গোলমাল বেছি হৈ অহা দেখি বিচাৰপতিয়ে অৰ্ডাৰ অৰ্ডাৰ বুলি চিঞৰি উঠিল।

আদালত আকৌ নিস্তব্ধ হ'ল। চৰকাৰী উকীলে প্ৰশ্ন কৰিলে— 'তাৰ পিচত কি হ'ল কৈ যাওক।'

শম্ভুনাথে কৈ গ'ল—'তাৰ পিচত সংজ্ঞাহীনা আৰাতক লৈ আমি উভতি আহিলোঁ। বাটতে নামি অভয়ে আৰতিক ঘৰত থৈ আহিলেগৈ। থৈ আহি অভয় পুনৰ গাড়ীত উঠিলহি। আমাৰ মাজত চুক্তি হ'ল দোষটো অভয়ে মূৰ পাতি লৈ মোক ৰক্ষা কৰিবলৈ চেষ্টা কৰিব। কিছুদূৰ যোৱাৰ পিচত পুলিচৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ অভয় গাড়ীৰপৰা নামি গ'ল।'

শম্ভুনাথ নীৰৱ হোৱাৰ লগে লগে আদালতত গুণগুণনি উঠিল। বিচাৰপতিয়ে আকৌ চিঞৰিলে—অৰ্ডাৰ অৰ্ডাৰ বুলি।

হত্যাৰ অভিযোগৰপৰা খালাচ পালেও সত্য গোপন কৰাৰ অভিযোগত শম্ভুনাথ আৰু অভয়ক এদিনৰ কাৰণে জেল দি গোটেই ঘটনাটো পুনৰ অনুসন্ধানৰ কাৰণে আদালতে নিৰ্দেশ দিলে।

॥ পঁচিশ ॥

অনুসন্ধানৰ পিচত পুনৰ বিচাৰ আৰম্ভ হ'ল। এইবাৰৰ আচামী হ'ল শম্ভুনাথ। প্ৰধান সাক্ষী আগৰ কিজনেই। মাথোন অভয়ক বাদ দিয়া হ'ল। মেনেজাৰৰ কথা শুনি শম্ভুনাথে ল'ৰাৰ কোৰ্টত দোষ স্বীকাৰ কৰিলে। কেচটো ছেছনলৈ প্ৰেৰণ কৰা হ'ল।

দুদিন পিচতে ছেছনত বিচাৰ আৰম্ভ হব। মেনেজাৰে শম্ভুনাথক আকৌ বুজাইছিল—অভয় বাচি গৈছে; কিন্তু শম্ভুনাথেই বা উপযাচি শাস্তি লয় কেলৈ? ইমান দুৰ্বল সাক্ষী। শম্ভুনাথে যদি দোষ অস্বীকাৰ কৰে নিতান্তই এটা দুৰ্ঘটনা বুলি উকীলে আদালতক বুজাই দিব পাৰিব। সন্দেহৰ অজুহাতত শম্ভুনাথ সাৰি যাব পাৰিব।

শম্ভুনাথে প্ৰথমে প্ৰবলভাৱে অসম্মতি প্ৰকাশ কৰিলেও পিচলৈ অলপ সৈমান হোৱাৰ দৰে হৈ পৰিছিল। অলপ পৰ টভক্ মাৰি থাকি অৱশেষত কৈছিল—'বাক ভাবি চাওঁ—কি কৰোঁ কাইলৈ কম।'

পিচদিনা বাত্তিপুৱাই জীপখন লৈ শম্ভুনাথ ওলাই গৈছিল।

শম্ভুনাথক চিকিৎসা কৰা ডাক্তৰজনৰ চেম্বাৰৰ আগত শম্ভুনাথৰ জীপখন দেখা গৈছিল। এঘণ্টামানৰ পিচত শম্ভুনাথ ওলাই আহিছিল। ডাক্তৰজনে শম্ভুনাথক গাড়ীৰ ওচৰলৈকে আগবঢ়াই থবলৈ আহিছিল। গাড়ীত উঠাৰ আগেয়ে শম্ভুনাথক কৰমৰ্দন কৰি হাঁহি হাঁহি কৈছিল—'আৰু কোনো চিন্তাৰ কাৰণ নাই।'

মেনেজাৰে অফিচতে বহি কিবা লিখা-পঢ়া কৰি আছিল। জীপৰপৰা নামি শম্ভুনাথে পোনচাটেই মেনেজাৰৰ ওচৰলৈ আহি কলে—'ঠিক আছে। আপোনালোকৰ কথামতেই মই জবানবন্দী দিম। কিন্তু অভয়ক এবাৰ মাতি পঠিয়াওকচোন।'

'—অভয় অলপ আগেয়ে আহিছিল। আপুনি নাই বুলি শুনি ওলাই গ'ল। আকৌ আহিব বুলি কৈ গৈছে।' মেনেজাৰে উত্তৰ দিলে।

'ভাল কথা' বুলি শম্ভুনাথ ওপৰ মহলালৈ উঠি গ'ল। মেনেজাৰেও উকীলৰ ওচৰলৈ বুলি ওলাই গ'ল।

গোটেই দিনটো অধীৰ আগ্ৰহেৰে শম্ভুনাথে অভয়লৈ অপেক্ষা কৰিছিল। কিন্তু অভয় নহাত পিচদিনা শম্ভুনাথেই জীপখন লৈ ওলাই গ'ল। আজি মোকৰ্দমাৰ দিন। যোৱাৰ সময়ত মেনেজাৰে সোঁৱৰাই দিলে। শম্ভুনাথে কলে, 'মই ন বজাৰ আগেয়ে উভতি আহিম। অলপ যদি দেৰী হয় বাহিৰে বাহিৰেই কোৰ্টলৈ যাম। দহ বজাৰ আগেয়ে পামগৈ।'

অভয়হঁতৰ ঘৰলৈ ট্ৰাঙ্কবোডৰপৰা জীপ যাব পৰা সৰু আলি এটাৰে সোমাই যাব লাগে। আদালতত স্বীকাৰোক্তি কৰাৰ পিচৰেপৰা অভয়ৰ লগত শম্ভুনাথৰ ভেটাভেটি হোৱা নাছিল। আৰতিক নিজ হাতেৰে আঙঠিটো পিন্ধাই অহাৰ দিন ধৰি শম্ভুনাথ অভয়হঁতৰ ঘৰৰ পিনেও অহা নাছিল। আঙঠিটো পিন্ধাই দিওঁতে লাজত সেন্দুৰীয়া হৈ পৰা আৰতিৰ মুখখন শম্ভুনাথৰ চকুৰ আগত জিলিকি উঠিল।

অভয়হঁতৰ দুৱাৰমুখত জীপখন ৰখাই শম্ভুনাথ নামি পৰিল। শম্ভুনাথৰ চকুত পৰিল—ঘৰটোত নতুনকৈ চুণকাম কৰা হৈছে। আগফালৰ চোতালখনো চুকুকি পৰিষ্কাৰ কৰা হৈছে। কম্পাউণ্ডৰ চাৰিওপিনে দিয়া জেওৰাখনো নতুন যেন লাগিল। মেনেজাৰৰপৰাই শম্ভুনাথে খবৰ পাইছিল অভয় এখন কাৰ্যত সোমাইছে। ভায়েক

মইনাইও কিবা দৰবৰ কোম্পানী এটাৰ ছেলছ ৰিপ্ৰেজেনটেটিভ হৈছে। শম্ভুনাথে ভাবিলে, হয়তোবা আৰ্জোতা মানুহৰ সংখ্যা বঢ়াত অভয়হঁতৰ অৱস্থাও ভাললৈ আহিছে।

আগফালৰ দুৱাৰখন বন্ধ হৈ আছিল। শম্ভুনাথে দুৱাৰত টুকুৰিয়ালে। ভিতৰৰ কোঠালী এটাত অস্পষ্ট গুণগুণনি শুনা গ'ল। কোনোবা তিৰোতা মানুহৰ মাত।

ক্ষন্তেক পিচতে দুৱাৰখন খোল খাই গ'ল। অভয়ৰ মাকে দুৱাৰখন খুলি দিছিল। অভয়ৰ মাকক দেখিয়েই শম্ভুনাথে বৰ অস্বস্তি অনুভৱ কৰিলে। দুৱাৰখন খুলি দি অভয়ৰ মাকেও দুৱাৰখন আগুচি থকাৰ দৰে থিয় হৈ নিমাতে ৰৈ থকা দেখি শম্ভুনাথৰ অস্বস্তি বাঢ়িব ধৰিছিল।

'—অভয় ঘৰত নাই নেকি?' সেপ গিলি শম্ভুনাথে সুধিলে।

'—নাই, কামলৈ গৈছে। কালি দুপৰীয়াই গ'ল। আজি এতিয়ামানেহে পায়হি নেকি।' নীৰস মাতেৰে অভয়ৰ মাকে উত্তৰ দিলে।

শম্ভুনাথে এবাৰ ভাবিলে উভতি যায়গৈ। পিচত লগ ধৰিবহি। কিন্তু কি ভাবি ঘপকৈ সুধি পেলালে—'আৰতিও নাই নেকি?' কথাষাৰ সুধিয়েই শম্ভুনাথ তলমূৰা হ'ল। ছিঃ মাকে চাগৈ কি ভাবিছে।

প্ৰথমে একো নামাতিলেও ক্ষন্তেকপৰ শম্ভুনাথলৈ চাই ৰৈ কিবা এটা ভাবি অভয়ৰ মাকে কলে—'আছে বহকহি।'

ভিতৰলৈ সোমাই গৈ শম্ভুনাথ বহি পৰিল। শম্ভুনাথক বহিবলৈ কৈয়েই অভয়ৰ মাক ভিতৰলৈ সোমাই গৈছিল। বহুপৰ কাৰো সাৰ-শব্দ নাই। বাওঁহাতৰ আঙুলি দুটাৰে কপালখন চেপি ধৰি শম্ভুনাথে চকু মুদি কিবা এটা ভাবিব ধৰিছিল। এনেতে মেখেলাৰ খচ্‌মচ্‌ শব্দ শুনি মূৰ তুলি চাই শম্ভুনাথে দেখে যে আৰতি সোমাই আহিছে। আৰতিৰ গাত নতুন ৰিহা-মেখেলা। মুখত পাতল

প্ৰসাধনৰ চিন। কপালত এটা তেজৰঙা সেন্দুৰৰ ফোঁট। চকু দুটাও অলপ ৰঙা। বোধকৰোঁ অলপ আগেয়ে কান্দিছিল। আৱতিৰ হাতত কাগজেৰে মেৰিওৱা এটা সৰু বাকচ।

কাগজৰ বাকচটো টেবুলত থৈ কোনো ভূমিকা নকৰাকৈ আৱতিয়ে কলে—'আপুনি আহি ভালেই কৰিলে। কালি ককাইদেউ আপোনাৰ তালৈ গৈছিল এই বাকচটো দিবলৈ।'

'—কিহৰ বাকচ?' অলপ আচৰিত হৈ শম্ভুনাথে সুধিলে।

'—খুলি চালেই গম পাব।' নিৰ্বিকাৰভাৱে আৱতিয়ে উত্তৰ দিলে।

কঁপা হাতেৰে শম্ভুনাথে বাকচটো খুলিলে। বাকচৰ ভিতৰত আছিল আৱতিক শম্ভুনাথৰ দেউতাকে পিন্ধাই দিয়া হাৰডাল আৰু শম্ভুনাথে পিন্ধাই দিয়া হীৰাৰ আঙঠিটো। অলপ ক্ষুণ্ণ হলেও শম্ভুনাথ আচৰিত নহ'ল। ইমানবোৰ ঘটনাৰ পিচত আৱতিয়ে ভুল বুজা অতি স্বাভাৱিক। শান্ত ভাবেৰে শম্ভুনাথে কলে— 'আৱতি।'

'—আপুনি এতিয়া যাওক।' শম্ভুনাথক একো কথা কবলৈ সুবিধা নিদি আৱতিয়ে কৈ উঠিল—'মোৰ বিয়া পাতিছে। আজি আঙঠি পিন্ধাবলৈ দৰাঘৰীয়া মানুহ আহিব। আমি আটাইবোৰ বৰ ব্যস্ত হৈ আছোঁ। বিয়ালৈও নিমন্ত্ৰণ জনালোঁ—আহিব।'

কথাখিনি কৈয়েই আৱতিয়ে ভিতৰলৈ খোজ লৈছিল। এনেতে আৰ্তনাদৰ সুৰত শম্ভুনাথে চিঞৰি উঠিল, 'আৱতি, শুনি যোৱাঁ।'

আৱতিয়ে খপকৈ উভতি চালে। লগে লগে শম্ভুনাথো উচপ্ খাই উঠিল। আৱতিক শম্ভুনাথে কেতিয়াও উত্তেজিত হোৱা দেখা নাছিল। আৱতিয়ে কম কথা কয়—হাঁহেও বৰ কম। সকলো অৱস্থাতে চকুত বিৰিঙি থাকে এটা প্ৰশান্তিৰ ভাব। কিন্তু আজি শম্ভুনাথে আৱতিৰ চকুত বাঘিনীৰ হিংস্ৰতা দেখিছিল।

উভতি চায়েই উত্তেজনাত কঁপি উঠা মাতেৰে আৱতিয়ে কৈ যাব

ধৰিলে, 'আপোনাৰ ভায়েকে ছল কৰি মোৰ শুচিতা নষ্ট কৰিব খুজিছিল। তাৰ পিচত আপুনি মোক বিয়া কৰাবলৈ ৰাজি নোহোৱাটো অতি স্বাভাৱিক। আপুনি কেলৈ কোনো মানুহেই হয়তো ৰাজি নহ'লহেঁতেন। কিন্তু তাৰ পিচতো আপুনি ককাইদেউৰ কথাত কিয় ৰাজি হৈছিল? কিয় মিছাতে এঘৰ মানুহক লোভ দেখুৱাইছিল? কিয় এটা নিৰীহ মানুহক ফাঁচীৰ মুখলৈ ঠেলি দিছিল?'

কি কব বিচাৰি নাপাই ৰঙা-ক'লা পৰি শম্ভুনাথে আৰতিৰ পিনে চালে। অলপ থমকি ৰৈ আৰতিয়ে কৈ গ'ল—'এইখন বিয়াত ময়ো সন্মতি নিদিলোঁহেঁতেন। কিন্তু সন্মতি দিছোঁ আপোনাক দেখুৱাই দিবলৈ। মানুহৰ অনিচ্ছাকৃত অপৰাধক ক্ষমা কৰিব পৰা মানুহ যে আজিও পৃথিৱীত আছে তাকে আপোনাক দেখুৱাই দিবলৈ। সকলোবোৰ যে আপোনাৰ নিচিনা নহয় তাকে আপোনাক বুজাই দিবলৈ।'

'—আৰতি।'

'—আপুনি যাওকগৈ শম্ভুনাথবাবু।' শম্ভুনাথক আৰতিয়ে ককাইদেউ বুলিয়েই সম্বোধন কৰি আহিছিল। নতুন সম্বোধনটো শুনি শম্ভুনাথে আৰতিৰ চকুলৈ চাই পঠিয়ালে। কিন্তু তালৈ ভ্ৰূক্ষেপ নকৰি একে উশাহতে কোবাৰ দৰে আৰতিয়ে ক'ব ধৰিলে—'আজিৰ এনেকুৱা এটা দিনত দেখিলে বেয়া লগা, দেখিলে গোটেই মানুহ জাতিটোৰ ওপৰত ঘিণ লাগি যোৱা কোনো মানুহৰ লগত মই বেছিপৰ কথা পাতিব নোখোজোঁ।। আপুনি যাওকগৈ।'

অলপ জোৰেৰে আৰতি নিজেই ভিতৰলৈ সোমাই গ'ল। স্বৰগ পৰা মানুহৰ দৰে কিছুপৰ তাতে থিয় হৈ থাকি শম্ভুনাথো ওলাই আহিল।

আৰতি পোনচাটেই নিজৰ কোঠালী পাইছিলগৈ। মাকে পিচফালৰ বাৰাণ্ডাত বহি আৰতিহঁতৰ কথোপকথন শুনি আছিল।

কোঠালীত সোমাই আৰতিয়ে দুৱাৰখন ভিতৰৰপৰা বন্ধ কৰি দিছিল। মাকে দুৱাৰত টুকুৰিয়াই আৰতি আৰতি বুলি মাতিলে। কিন্তু এটা উচুপনিৰ বাহিৰে ভিতৰৰপৰা আন একো শব্দ নাহিল।

আগফালৰ কোঠালীটোৰ দুৱাৰখন খোলা আছিল। দুৱাৰখন জপাই থওঁ বুলি অভয়ৰ মাক কোঠালীটোলৈ সোমাই আহিল। আৰতিয়ে ওভতাই দিয়া বাকচটো টেবুলতে পৰি আছিল। বাকচটো তুলি লৈ অভয়ৰ মাকে ঢাকনিখন খুলিলে। মণি খটোৱা গহনা-কিপদ জিলিকি উঠিল। মাকৰ চকুতো বিৰিঙি উঠিল দুটোপাল চকুপানী। এবাৰ ভাবিলে বাকচটো দলি মাৰি পেলাই দিয়ে। শম্ভুনাথৰ কাৰণে অভয় জেললৈ যাবলগীয়া হোৱা বুলি শুনাৰেপৰা— বিশেষকৈ শম্ভুনাথে আৰতিক বিয়া কৰাবলৈ অসম্মত হোৱাৰ পিচৰেপৰা শম্ভুনাথৰ প্ৰতি অভয়ৰ মাকৰ এটা বিজতৰীয়া ঘৃণা উপজিছিল। শম্ভুনাথৰ কোনো চিনেই আৰু মাকে ৰাখিব নোখোজে। কিন্তু কিবা এটা ভাবি ঢাকনিখন জপাই বাকচটো আচলৰ আঁৰত লুকুৱাই মাকে ভিতৰলৈ খোজ ললে। অভয়ৰ মুখতেই শুনিছিল সোণখিনি বাদ দিও গহনা কিপদত লগোৱা মণিকিটাৰ দামেই হেনো বহু হাজাৰ টকা। ৰাখি থোৱা বেয়া নহব। অভয়ৰ বিয়া পাতিবলৈ আছে। ঘৰত এটা অথৰ্ব বুঢ়া মানুহ আছে। বিপদ-আপদ আছে।

* * * *

গাড়ী লৈ ফাৰ্মৰ কামতই গৈছিল যদিও অভয়ৰ নিজৰ কামো একেৰি আছিল। নিখিলৰ লগত বিয়া সোমাবলৈ আৰতিয়ে সম্মতি দিছে। হাঁহি মুখেই সম্মতি দিছে। শম্ভুনাথৰ লগত বিয়াখন ভাগি যোৱাৰ পিচত নিখিলে আকৌ বিয়াৰ প্ৰস্তাৱ পঠিয়াইছিল। আৰতিক অকলশৰীয়াকৈ মাতি আনি অভয়ে কৈছিল—'চা আৰতি, দৰা হিচাপে খুব বেছি লোভনীয় নহলেও নিখিলৰ তোৰ প্ৰতি থকা মৰম-চেনেহখিনিও পেলাই দিবলগীয়া বস্তু নহয়। মৰমক

নেওচা দিব নাপায়। মোৰ বিশ্বাস, নিখিলক বিয়া কৰালে তই সুখী হবি।'

অলপপৰ নিতাল মাৰি থাকি আৰতিয়ে কৈছিল—'মোৰ একো আপত্তি নাই।' কথাষাৰ কৈয়েই আৰতি তলমুৰা হৈছিল। অভয়ে আকৌ সুধিছিল—'তই খুচী মনেৰে ৰাজি হৈছ তো?'

এটা পাতল লাজকুৰীয়া হাঁহিৰে সম্মতিসূচকভাৱে মূৰ জোকাৰি আৰতি কোঠালীৰপৰা ওলাই গৈছিল। অভয়ৰ বুকুৰপৰা এটা বিৰাট পাষাণ ভাৰ নামি যোৱা যেন লাগিছিল।

বায়েকৰ ঘৰ অভয়ে অহা-যোৱা কৰা বাটতেই পৰিব। দেউতাক-মাকৰ লগত পৰামৰ্শ কৰি অভয়ে ঠিক কৰিছিল আৰতিৰ আঙঠি পিন্ধোৱা চাবলৈ বায়েককো লৈ আহিব। গাড়ীখনো আহোঁতে খালি হৈ আহিব। গতিকে বায়েকক তুলি আনিবলৈ অসুবিধা নহব—অৱশ্যে যদিহে বায়েকে আপত্তি নকৰে। নিখিলৰ লগতো অভয়ে এই সম্পৰ্কে আলোচনা কৰিছিল। বায়েকৰ পূৰ্বৰ ইতিহাস জনা সত্বেও উদাৰতাৰ কাৰণেই হওক বা বিয়াখন ভাগি যোৱাৰ ভয়তেই হওক, নিখিলেও আপত্তি কৰা নাছিল।

ট্ৰাম্ব ৰোডৰপৰা অলপ আঁতৰত চহৰৰ কোণ এটাত অভয়ৰ বায়েক থাকে। অভয়ে ফাৰ্মৰ কিছু মালপত্ৰ গাড়ীত বোজাই কৰি নিছিল। বস্তুখিনি নিৰ্দিষ্ট ঠাইত জমা দি উভতি আহোঁতে অভয়ে বায়েকৰ দোকানৰ সমুখত গাড়ীখন ৰাখিলেহি। পিচফালৰ কোঠালী এটাত বায়েক থাকে। তাতেই আচল বেচা-কিনা চলে।

অভয়ে গাড়ীৰপৰা নামি দোকানখনৰ পিনে খোজ লোৱা দেখি দুজনমান পথচাৰী ভদ্ৰলোকে অভয়ৰ পিনে কেৰাকেৰিকৈ চাইছিল। দূৰৰ পাণ দোকানখনৰ সন্মুখত বহি চিগাৰেট হুপি থকা চেঙেলীয়া ল'ৰা দুটামানে কোৱাৰি মেলি হাঁহিছিল। ক'লৈকো ভ্ৰূক্ষেপ নকৰি অভয় দোকানলৈ সোমাই গ'ল।

দোকানৰ ভিতৰলৈ যোৱা কাঠৰ দুৱাৰখন জপোৱা আছিল।

অভয়ে দুৱাৰখনত টক্‌টকাই দিলে। ভিতৰত তিৰোতা মানুহৰ গুণগুণনি শুনা গ'ল। উৎকণ্ঠিতভাৱে অভয়ে অপেক্ষা কৰিব ধৰিলে। অলপ পিচতে দুৱাৰখন খোল খাই গ'ল। লগে লগে অভয়েও উচপ খাই এহাতমান পিচুৱাই আহিল।

অভয়ক দুৱাৰ খুলি দিছিলহি বিশ্বনাথবাবুৰ নিকদ্দিষ্টা পত্নী বাবুৱানীয়ে।

* * * *

ইপিনে গোটেই আদালতৰ মানুহো উচপ খাই উঠিছিল শম্ভুনাথৰ জবানবন্দী শুনি।

বিচাৰ আৰম্ভ হোৱাৰ অলপ আগেয়ে শম্ভুনাথ ওলাইছিলগৈ। চৰকাৰী উকীলে মোকৰ্দমাটো বুজাই দিয়াৰ পিচত শম্ভুনাথৰ জবান-বন্দী বিচৰা হ'ল। জবানবন্দীত শম্ভুনাথে কি কব মেনেজাৰৰ হতুৱাই শম্ভুনাথক বহুদিনৰ আগেয়ে শিকাই থোৱা হৈছিল। শম্ভুনাথেও শিকোৱা মতেই কব বুলি মেনেজাৰৰপৰা আচামী পক্ষৰ উকীলে গম পাইছিল। পাণৱালাইতো শম্ভুনাথক ৰচাবলৈ জেবাৰ সময়ত মেনেজাৰে কোৱা কথাখিনি কৈ যাব বুলি শপত খাই কথা দিছিল। উকীলৰ কোনটো প্ৰশ্নৰ উত্তৰত পাণৱালাই কি কব কেৰাবাৰো আখৰাও কৰোৱা হৈছিল। গতিকে শম্ভুনাথৰ কথালৈ বেছি কৰ্ণপাত নকৰি নিশ্চিন্ত মনেৰে আচামী পক্ষৰ উকীলে ফাইলৰ কাগজ-পত্ৰ-বোৰকে লুটিয়াই-বগৰাই চাই আছিল। কিন্তু এনেতে বিনা মেঘে বজ্ৰপাতৰ দৰে কাণত পৰিল অবিচলিত স্বৰেৰে শম্ভুনাথে কব ধৰিছে—'ময়েই দোষী। ময়েই চন্দ্ৰনাথক গুলীয়াই মাৰিছিলোঁ।'

আচামী পক্ষৰ উকীলৰ হাতৰপৰা ফাইলটো পৰি গৈ কাগজ-পত্ৰ-বোৰ সিৰ্টবিত হৈ পৰিল। অসহ্য ক্ৰোধ আৰু বিৰক্তিত বিচাৰকৰ পিনে চাই মেনেজাৰে চিঞৰি উঠিল—'সেইটো এটা পাগল ছাব। তাৰ কথা নুশুনিব।'

দুজনমানে টানি-আজুৰি মেনেজাৰক বাহিৰলৈ উলিয়াই লৈ গ'ল।

বিজুলী সঞ্চাৰে গাড়ী চলাই অভয় উভতি আহিছিল।

ঘৰলৈ আহিবলৈ অভয়ৰ বায়েক ৰাজি হোৱা নাছিল। কৈছিল—এনেকুৱা শুভদিনত মানুহে মোৰ দৰে হতভাগিনীৰ মুখ নেদেখাই ভাল।' আহিবৰ সময়ত চকুপানী টুকি টুকি বায়েকে অভয়ৰ হাতত সক সোণৰ হাৰ এডাল দি কৈছিল, 'এই হাৰডাল আৰতিক দিবি। এই হাৰডাল পাপৰ টকাৰে অৰ্জা নহয়। দেউতাই সকতে দিয়া হাৰ।'

কিন্তু অভয়ক বায়েকতকৈও আৰু বেছি আচ্ছন্ন কৰি ৰাখিছিল বাবুৱানীৰ কথাবোৰে। বহু সময় অভয়ে বাবুৱানীৰ লগত কথা পাতিছিল। বাবুৱানী পলাই আহিছিল। পলাই আহিবলৈ বাধ্য হৈছিল। নহয়, বিশ্বনাথবাবুৱে অনাদৰ কৰা নাছিল। সুখতেই ৰাখিছিল—ঐশ্বৰ্য্যৰ মাজত ডুবাই ৰাখিছিল। কেৱল বাবুৱানীকেই নহয়, বাবুৱানীৰ গোটেই পৰিয়ালটোকেই বিশ্বনাথবাবুৱে চাইছিল। বিশ্বনাথবাবুৰ জহতেই বাবুৱানীৰ দেউতাকৰ গোলা হ'ল—পকী ঘৰ হ'ল, ভায়েকহঁতে শিক্ষা-দীক্ষা পালে, ভনীয়েকহঁতৰ ভাল ঘৰত বিয়া হ'ল। বয়সৰ কাৰণেও নহয়, বৃদ্ধ বুলি জানিও বাবুৱানীয়ে স্বেচ্ছাৰে বিশ্বনাথবাবুক বিয়া কৰাইছিল। কিন্তু বাবুৱানী পলাবলৈ বাধ্য হৈছিল। বিশ্বনাথবাবুৰ উপদংশ আছিল। কোনো কোনো মানুহৰ শৰীৰত উপদংশই ঘৃণনীয় উপসৰ্গৰ সৃষ্টি নকৰে। বিশ্বনাথবাবুৰ ক্ষেত্ৰত সেয়েই আছিল। কিন্তু বাবুৱানীৰ গাত উপসৰ্গই দেখা দিলে। বাবুৱানীৰ অলপ অসুখ-বিসুখ হলেই বিশ্বনাথবাবু ব্যতিব্যস্ত হৈ উঠে। কিন্তু উপসৰ্গবোৰ দেখা দিয়াৰ পিচত বাৰে বাৰে কোৱা সত্বেও বিশ্বনাথবাবুৱে ডাক্তৰ মাতি আনি বাবুৱানীক দেখুৱাবলৈ ৰাজি নহ'ল। বাবুৱানীৰ নানান ৰকমৰ সন্দেহ হব ধৰিলে। ডাক্তৰ মাতি আনি দেখুৱাৰ কথা ক'লে বিশ্বনাথবাবুৱে কয়—ভাল হৈ যাব, অলপ হলেইনো ডাক্তৰক দেখুৱাব লাগেনে? মাজে মাজে বিশ্বনাথবাবুৱে

কার্মাচাৰীৰপৰা মলম, তেল জাতীয় কিবাকিবি দৰব আনি দিয়ে। বিশ্বনাথবাবুৰ এই উদাসীনতা বাবুৱানীয়ে নিতান্তই এটা অৱহেলাৰ চিন বুলিয়েই ধৰি লৈছিল। ভাবিছিল বিশ্বনাথবাবুৰ দৰে বৃদ্ধ এজনবো বাবুৱানীক দুদিনতে আমুৱাই গ'ল। শেষবাৰ ঘৰলৈ আহোঁতে বাবুৱানীয়ে অভয়ক প্ৰলুব্ধ কৰিছিল বিশ্বনাথবাবুৰ অৱহেলাৰ হোৰ তুলিবলৈ। অৱশ্যে আন এটা কাৰণতো বাবুৱানীৰ বিশ্বনাথবাবুৰ ওপৰত খং উঠিছিল। কেৱল খঙেই নহয়, ঘিণো উপজিছিল।

বাবুৱানী সন্তান-সম্ভৱা হৈছিল। কিন্তু খবৰটো শুনাৰ লগে লগে বিশ্বনাথবাবু গহীন হৈ পৰিছিল। বাবুৱানীক পৰামৰ্শ দিছিল সন্তানটো গৰ্ভতে হত্যা কৰাৰ ব্যৱস্থা কৰিবলৈ। কৈছিল—বিশ্বনাথ-বাবু বুঢ়া হৈছে। কেইদিনেই বা আৰু জীয়াই থাকিব। বিশ্বনাথ-বাবুৰ মৃত্যু হলে নাবালক সন্তানটোৰ কি দশা হব? চন্দ্ৰনাথৰ কথা বাৰু বাদ দিব পাৰি। সি এটা নৰপশু। কিন্তু শম্ভুনাথে বাবুৱানীক নিজৰ মাকৰ দৰে ভক্তি কৰে। নিঃসন্তান হৈ থাকিলে নিশ্চয় মাহীয়েকক চাব। কিন্তু যদি সন্তান ওপজে ধন-সম্পত্তিৰ ভাগ লৈ কাজিয়া-পেচাল হব পাৰে—শম্ভুনাথেও মাহীয়েকক ভাল নোপোৱা হব পাৰে, ইত্যাদি। কিন্তু বাবুৱানী ৰাজি হোৱা নাছিল। কৈছিল, যদি প্ৰয়োজন হয় আহিব ধৰা সন্তানটো বুকুত বান্ধি লৈ বাবুৱানীয়ে গছৰ তলত থাকি ভিক্ষা কৰি খাব।

শেষবাৰ ঘৰলৈ অহাৰ পিচত বাবুৱানী অলপ বেছিকৈ অসুস্থ হৈ পৰে। দেউতাকে ডাক্তৰ মাতি আনি দেখুৱালে। বাবুৱানীক পৰীক্ষা কৰি ডাক্তৰৰ মুখখন গহীন হৈ পৰিল। বাবুৱানীৰ তেজ লৈ পৰীক্ষাৰ কাৰণে দূৰলৈ পঠিয়ালে। তেজ পৰীক্ষাৰ খবৰ অহাৰ পিচত ডাক্তৰে বাবুৱানীক অকলশৰীয়াকৈ লগ ধৰি ক'লে—বাবুৱানীৰ তেজত উপদংশৰ বীজাণু পোৱা গৈছে। এই ৰোগ সন্তানটিৰ গালৈও সংক্ৰামিত হব। হয়তোবা সন্তানটো বিকলাঙ্গ হৈ উপজিবও পাৰে।

উভতি যাওঁতে সেয়েহে বাবুৰানীয়ে গৰজনি মাৰি অভয়ক বিৰত কৰিবলৈ চেষ্টা কৰিছিল। অভয়ৰ চকুত বাবুৰানীয়ে লালসাৰ জুই দেখিছিল। পুৰুষৰ চকুত জ্বলি উঠা লালসাৰ জুই প্ৰত্যেকজনী তিৰোতাই চিনি পায়। কিন্তু অভয়ক বাবুৰানীয়ে মৰমেই কৰিছিল। জানি-শুনি বাবুৰানীয়ে নিজৰ গাৰ বিহ অভয়ৰ গাত ঢালিব খোজা নাছিল।

সেইদিনা ৰাতি গৈ পোৱাৰ পিচত দৰবৰ্ৰ কাগজ-পত্ৰবোৰ বাবুৰানীয়ে বিশ্বনাথবাবুৰ মুখলৈ দলি মাৰি দিছিল। বিশ্বনাথবাবুৱে প্ৰথমে কোনোপধ্যেই স্বীকাৰ কৰিব খোজা নাছিল।

বাবুৰানীয়ে অকথ্য ভাষাৰে বিশ্বনাথবাবুক গালি পাৰিছিল। প্ৰথমে তৰ্ক কৰিলেও শেষলৈ বিশ্বনাথবাবু নীৰৱ হৈ গৈছিল। কিন্তু বাবুৰানীয়ে বুজিছিল সেই নীৰৱতা ধুমুহাৰ পূৰ্বে দেখা দিয়া নীৰৱতা। বিশ্বনাথবাবুৱে চলে-বলে-কৌশলে হলেও বাবুৰানীৰ গৰ্ভপাত কৰাব। হয়তোবা বাবুৰানীকেই চিৰদিনৰ কাৰণে পৃথিৱীৰপৰা আঁতৰাই দিব। বিশ্বনাথবাবুক আনে চিনি নাপালেও বাবুৰানীয়ে চিনি পায়। টকা-পইচাই তেওঁক আমুৰাইছে। তেওঁক লাগে ক্ষমতা, মান-সন্মান, প্ৰতিপত্তি। শাসনৰ গদীত তেওঁ বহিব খোজে। অহাবাৰ নিৰ্বাচনত তেওঁ প্ৰতিদ্বন্দ্বিতা কৰিব। বেমাৰৰ কথা প্ৰকাশ হৈ গলে নিৰ্বাচনী প্ৰতিদ্বন্দ্বিতাত অসুবিধা হব বুলিয়েই তেওঁ বাবুৰানীৰ চিকিৎসা কৰোৱা নাছিল। হয়তোবা একেটা কাৰণতে নিজৰো চিকিৎসা কৰোৱা নাছিল। প্ৰতিষ্ঠা আৰু ক্ষমতাৰ কাৰণে বিশ্বনাথবাবুৱে সকলো কৰিব পাৰে।

বাবুৰানী পলাই আহি অ'ত ত'ত ঘূৰি-পকি অভয়ৰ বায়েকৰ ওচৰ চাপিলহি। অভয়ৰ বায়েকৰ ব্যৱসায়টোকেই বাবুৰানীয়ে গ্ৰহণ কৰিলে—জীৱিকাৰ কাৰণে নহলেও প্ৰতিশোধ লবলৈ। গোটেই পুৰুষ জাতিটোৰ ওপৰত বাবুৰানীয়ে প্ৰতিশোধ লব। নিজৰ গাৰ বিহ অসংখ্যজন মানুহৰ গাত ঢালি দিব। ইমানবোৰ অত্যাচাৰ-

অনাচাৰৰ পিচতো বাবুৰানীয়ে প্ৰসৱ কৰিলে এটা জীৱিত সন্তান। জীৱিত কিন্তু অৰ্দ্ধমৃত। জন্মান্ধ সন্তান। পেটে পেটে বাবুৰানীয়েও তাকেই বিচাৰিছিল। নিৰ্বাচনৰ আগে আগে বাবুৰানীয়ে আত্মপ্ৰকাশ কৰিব। শ শ জনতাৰ আগত থিয় হৈ বাইজৰ বৰেণ্য নেতা বিশ্বনাথবাবুৱে নিজৰ জয়ঢোল নিজেই কোবাই ভোট প্ৰাৰ্থনা কৰি থকা কোনো সভাত কোলাত কেঁচুৱাটো লৈ বাবুৰানীয়ে বাইজৰ আগত থিয় হৈ বিশ্বনাথবাবুৰ কীৰ্ত্তি কাহিনীৰ কথা ঘোষণা কৰি দিব। কিন্তু এইবাৰো বিধিয়ে বিধি-পথালি দিলে। সন্তানটো বেছিদিন বাচি নাথাকিল। বিশ্বনাথবাবুও অৱশেষে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ জীয়াই নাথাকিল। বিশ্বনাথবাবু ঢুকুৱা খবৰটো বাবুৰানীয়ে প্ৰায় লগে লগেই পাইছিল। চন্দ্ৰনাথৰ খবৰো পাইছিল। অহকালে পহকালে শম্ভুনাথৰ বিয়া পতা বুলিও শুনিছিল। শুনাৰ লগে লগে বাবুৰানীয়ে শম্ভুনাথলৈ চিঠি লিখিছিল—বিয়াৰ আগেয়ে নিজকে এবাৰ ডাক্তৰৰ হতুৱাই পৰীক্ষা কৰাই লবলৈ। বিশ্বনাথবাবুৰ উপদংশ বহুদিনীয়া হব পাৰে। শম্ভুনাথ ওপজাৰ আগৰ সময়ৰো হব পাৰে। চিঠিৰ তলত অৱশ্যে বাবুৰানীয়ে নাম-ঠিকনা দিয়া নাছিল। দিবলৈ ভয় কৰিছিল। শম্ভুনাথকো বাবুৰানীয়ে ভালকৈ চিনি পায়। বাপেকৰ সম্মান ৰক্ষাৰ্থে শম্ভুনাথে সকলো কৰিব পাৰে। যদি প্ৰয়োজন হয় বাবুৰানীকো গুলীয়াই মাৰি থৈ যাবহি পাৰে।

অভয়ৰ চকুৰ আগৰপৰা যেন এখন ক'লা পৰ্দা আঁতৰি গৈছিল বাবুৰানীৰ চিঠি পাই শম্ভুনাথে নিশ্চয় নিজকে পৰীক্ষা কৰোৱাই উপদংশৰ বীজাণু পাইছিল। অভয়ে শুনিছিল, এইবোৰ বেমাৰ সহজে ভাল নহয়। বিয়াখনো হয়তোবা সেই কাৰণেই শম্ভুনাথে পিচুৱাই দিছিল। পিচুৱাই নিয়াৰ কৈফিয়ৎ স্বৰূপে কৈছিল—সেইবোৰ বহুত কথা, তোক মই কব নোৱাৰিম। কাৰণ ইয়াত আৰু এজন মানুহৰ মান-সন্মানৰ কথা জড়িত হৈ আছে। অভয়ে শম্ভুনাথৰ

কথাবাৰৰ তাৎপৰ্য্য বুজিব পৰা নাছিল। বুজিবলৈ চেষ্টা কৰাৰ মানসিক অৱস্থাও তেতিয়া অভয়ৰ নাছিল। অভয়ৰ মনত পৰি গ'ল ৰঘুৱাই কৈছিল—বিশ্বনাথবাবুৱেও শম্ভুনাথক বিয়াৰ আগেয়ে নিজকে এবাৰ ডাক্তৰৰ হতুৱাই পৰীক্ষা কৰোৱাই লোৱাৰ কথা কৈছিল।

আজি আবেলিকৈ আৰতিক আঙঠি পিন্ধাবলৈ মানুহ আহিব। তাৰ আগেয়ে গৈ অভয়ে ঘৰ পাবগৈ লাগিব। বিয়াখন যি কোনো প্ৰকাৰে হলেও অভয়ে বন্ধ কৰিব। শম্ভুনাথৰ ওচৰলৈ গৈ ক্ষমা খুজিব। কৰ অনন্ত কালৰ কাৰণে হলেও অভয়ে অপেক্ষা কৰিবলৈ ৰাজি আছে।

অভয় যেতিয়া আহি চহৰ সোমালহি তেতিয়া দুই বাজি গৈছিল। গাড়ীখন বাটতে বেয়া নোহোৱা হলে এঘাৰমানৰ আগেয়েই পালেহিহেঁতেন।

আদালতৰ কাষৰ বাটটোৰেই অভয় উভতিছিল। অভয়ৰ চকুত পৰিল এজাক মানুহ জুম বান্ধি গৈ আছে। মানুহৰ জুমটোৰ আগত কেতবোৰ ৰাইফলধাৰী চিপাহী—মাজত শম্ভুনাথ। পিচে পিচে উন্মাদৰ দৰে গৈ আছে বৃদ্ধ মেনেজাৰ।

গাড়ীখন ৰখাই অভয়ে লৰ মাৰি গৈ মেনেজাৰৰ ওচৰ পালেগৈ। পিচফালৰপৰা মেনেজাৰৰ হাতত থাপ মাৰি ধৰি অভয়ে সুধিলে—'কি হ'ল মেনেজাৰবাবু ?'

—'শম্ভুনাথ পাগল হৈছে। সি আকৌ দোষ স্বীকাৰ কৰি পেলালে। আঠ বছৰ জেল হৈ গৈছে।' মেনেজাৰে নিজেই পাগলৰ দৰে চিঞৰি উঠিল।

স্বৰগ পৰা মানুহৰ দৰে অভয় তাতে থিয় হৈ ৰ'ল। শম্ভুনাথক লৈ চিপাহীৰ দলটো কেঁকুৰিটোৰ আঁৰত লুকাই পৰিল। অৱসন্নভাৱে অভয় আহি গাড়ীত উঠিলহি।

ষ্টিয়াৰিঙৰ ওপৰত মূৰ থৈ নিৰ্জীৱৰ দৰে অভয় কিমানপৰ পৰি আছিল অভয়ে নিজেই নাজানে। এবাৰ ট্ৰেফিক পুলিচৰ হুড়া মাতত

অভয়ৰ সংজ্ঞা উভতি আহিল। চকু মেলি চাই দেখে এটা পুলিচে লাঠিডালেৰে ছুৱাৰত টক্‌টকাই কৈছে—'এই বুঢ্ঢ্, ইয়াত ন' পাৰ্কিং লিখা আছে দেখা নাই। ষ্টিয়াৰিঙত মূৰ থৈ শুই আছ।'

—'মাফ কৰিব—ৰব মূৰ ঘূৰাইছিল' বুলি অভয়ে গাড়ীত ষ্টাৰ্ট দিলে।

গাড়ীখন গেৰেজত ভৰাই অভয়ে যেতিয়া বিস্না এখনত উঠি ঘৰ পালেহি মানুহেৰে অভয়হঁতৰ ঘৰ ভৰি গৈছে। আৰতিক আঙঠি পিন্ধাবলৈ অহা মানুহ। সকলোৱেই অধীৰ আগ্ৰহেৰে অভয়লৈ অপেক্ষা কৰিছিল।